কবি ৰামসৰস্বতী কৃত

# গীতগোবিন্দ

সম্পাদক ঃ

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা, এম. এ, ডি. ফিল.

গুৱাহাটী বিশ্ববিদ্যালয়

লয়াৰ্চ বুক ষ্টল

গুৱাহাটী ঃ অসম

# গীতগোৱিন্দ



শ্রীসত্যেন্দ্রনাথ শৰ্মা
গুৱাহাটী বিশ্ববিদ্যালয়



লয়াৰ্চ বুক ষ্টল
গুৱাহাটী ঃ অসম

প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ—১৯৫৫



মুদ্ৰাকৰ :
শ্ৰীতীৰ্থনাথ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# কাব্য-পৰিচয়

## (১) জয়দেৱৰ পৰিচয় :

সংস্কৃত কাব্য-ৰসিক মাত্ৰেই গীতগোবিন্দৰ 'মধুৰ-কোমলকান্ত পদাৱলী'ৰ লগত পৰিচয় আছে। গীতগোবিন্দৰ জনপ্ৰিয় গীতসমূহৰ লগত পৰিচয় থাকিলেও এই কাব্যৰ কবি জয়দেৱৰ সম্বন্ধে বৰ বেছি জনা নাযায়। গীতগোবিন্দত কবিয়ে তেওঁৰ পিতৃৰ নাম ভোজদেৱ, মাতৃৰ নাম বামা দেৱী আৰু বন্ধুৰ নাম পৰাশৰ বুলি পৰিচয় দিছে। তৃতীয় সৰ্গৰ দ্বিতীয় গীতত নিজকে কেন্দুবিল্ব গ্ৰাম নিবাসী ৰোহিণীৰমন ৰূপে পৰিচয় দিছে। এই কেন্দুবিল্ব বঙ্গদেশৰ বীৰভূম জিলাৰ বৰ্ত্তমান কেন্দুলী গ্ৰামেই বুলি পণ্ডিতসকলে দৃঢ় মত দাঙি ধৰিছে। ডাঃ গ্ৰিয়াৰ্ছন চাহাবে অৱশ্যে মিথিলাতহে জয়দেৱৰ জন্মভূমি বুলি অভিমত দি গৈছে। আগৰটো সিদ্ধান্তক আজি-কালি সকলোৱে স্বীকাৰ কৰে। কাব্যৰ পৰা জনা যায় জয়দেৱৰ পদ্মাৱতী আৰু ৰোহিণী নামৰ দুগৰাকী পত্নী আছিল। পদ্মাৱতী আৰু জয়দেৱৰ জীৱন সম্বন্ধে জনশ্ৰুতি বা কিম্বদন্তী দুই-চাৰিটা প্ৰচলিত আছে। এই কিম্বদন্তী অনুসাৰে পদ্মাৱতী জগন্নাথ মন্দিৰৰ দেৱদাসী আছিল। জগন্নাথদেৱৰ দ্বাৰা স্বপ্নাদিষ্ট হৈ জয়দেৱে পদ্মাৱতীক পত্নীৰূপে গ্ৰহণ কৰে। নৃত্য-নিপুণা পদ্মাৱতী জয়দেৱৰ কবিত্ব বিকাশত অন্তৰায় নহৈ প্ৰেৰনাৰ উৎসহে হৈছিল। জয়দেৱে গীতৰচনা কৰি গাইছিল আৰু সেই গীতৰ তালে তালে পদ্মাৱতীয়ে নাচিছিল। ৰামসৰস্বতীয়ে অসমীয়া সংস্কৰণেত এই জনশ্ৰুতি অনুসাৰেই লেখিছে :—

> "যাৰ নিজ ভাৰ্য্যা ভৈলা নামে পদ্মাৱতী
> নানা বিধ বাক্য ৰচনাত চক্ৰৱৰ্ত্তী

জয়দেৱে মাধৱৰ স্তুতিক বৰ্ণাৱে
পদ্মাৱতী আগত নাচন্ত ভঙ্গিভাৱে ( পদ ১০ )

উমাপতিধৰ, গোৱৰ্দ্ধন আচাৰ্য্য, ধোয়ী কবিৰাজ আৰু শৰণ নামৰ চাৰিজন সমসাময়িক কৱিৰ কাব্য-প্ৰতিভা সম্বন্ধেও গীতগোবিন্দত কৱিয়ে উল্লেখ কৰিছে। উক্ত কৱি চাৰিজন লক্ষ্মণসেন ৰজাৰ সভাসদ আছিল। শ্ৰীমদ্ভাগৱতৰ 'বৈষ্ণৱ-তোষিণী' টীকাত উমাপতিধৰ সম্বন্ধে এই দৰে আছে "শ্ৰীজয়দেৱ সহচৰেণ মহাৰাজ লক্ষ্মণসেন মন্ত্ৰপ্ৰৱৰেণ উমাপতিধৰেণ" ইত্যাদি। গোৱৰ্দ্ধন আচাৰ্য্যই আৰ্য্যা-সপ্তশতী ৩৯নং শ্লোকত "সেনকুলতিলকভূপতি"ৰ সভাসদ বুলি পৰিচয় দিছে। শুক্লধ্বজ বা চিলাৰায়ে লেখা "সাৰৱতী" নামৰ গীতগোবিন্দৰ টীকাত উক্ত কৱি চতুষ্টয়ৰ উল্লেখ থকা শ্লোকটোৰ ব্যাখ্যা প্ৰসঙ্গত এই দৰে লেখিছে—"লক্ষ্মণসেনসভাসদাং স্বৰূপকথনেন নিজোৎকৰ্ষ প্ৰতিপাদনেন স্বকাব্য-মাহাত্ম্যং সূচয়তি॥"

## (২) গীতগোবিন্দ পৰিচয়ঃ

দ্বাদশ সৰ্গত বিভক্ত ২৪টা গীতৰ সমষ্টিয়েই গীতগোবিন্দ কাব্য। পূৰ্ব্বৰাগ, বিৰহ, উৎকণ্ঠা, মান আৰু সম্ভোগ আদি শৃঙ্গাৰ ৰসৰ বিভিন্ন অৱস্থাৰ বৰ্ণনাৰ যোগেদি নায়ক শ্ৰীকৃষ্ণ আৰু নায়িকা ৰাধাৰ মিলন দেখুৱা হৈছে। গীতবোৰ মাত্ৰাছন্দত ৰচিত; অন্ত্যানুপ্ৰাস ইয়াৰ আন এটা বিশেষ লক্ষণ। কিন্তু প্ৰত্যেক সৰ্গৰ প্ৰাৰম্ভতে মুখবন্ধ বা পৰিচয়-সূচক একোটাকৈ অক্ষৰবৃত্ত শ্লোক আছে। কোনো কোনো পণ্ডিতে মুখবন্ধৰ অক্ষৰবৃত্তাত্মক শ্লোককেইটা জয়দেৱৰ নহয় বুলিয়েই সন্দেহ কৰে। বিভিন্ন সৰ্গৰ মাজত থকা প্ৰচ্ছন্ন যোগসূত্ৰ স্পষ্টীকৃত কৰিবৰ উদ্দেশ্যই মুখবন্ধৰ শ্লোকখিনি হয়তো কোনো পৰবৰ্ত্তী কাব্যৰসিকে সংযোগ কৰি দিয়ে বুলি কোনো কোনো পণ্ডিতে মত প্ৰকাশ কৰিছে।



গীতগোবিন্দৰ ভাষা সংস্কৃত যদিও ইয়াৰ ৰচনাৰীতিত অপভ্ৰংশ কাব্যৰ প্ৰভাৱ সুস্পষ্ট। অক্ষৰবৃত্তছন্দ, পংক্তিৰ অন্ত্য-অক্ষৰৰ মিল আৰু ধ্ৰুৱাৰ (ঘোষা) প্ৰয়োগে এহাতে অপভ্ৰংশ কাব্য আৰু আনহাতে পৰৱৰ্ত্তী প্ৰাদেশিক ভাষা কাব্যৰ লগত গীতগোবিন্দৰ সম্বন্ধ স্থাপন কৰিছে। লৌকিক গীত-নাট্যৰ আদৰ্শত বোধ হয় কৱি জয়দেৱেই পোন প্ৰথমে যাত্ৰা-শ্ৰেণীৰ গীতি-নাট্য প্ৰবৰ্ত্তন কৰে গীতগোবিন্দৰ যোগেদি। গীত-গোবিন্দক এই কাৰণেই মধ্যযুগীয় যাত্ৰা-নাটৰ প্ৰথম নিদৰ্শন বুলি ধৰা হয়। দেখতে মহাকাব্যৰ ৰূপত প্ৰকাশ কৰিলেও, প্ৰত্যেকটো গীতেই নায়ক, নায়িকা বা দূতীৰ উক্তিহে। গীতৰ যোগেদি চৰিত্ৰ কেইটাৰ উক্তি-প্ৰত্যুক্তি প্ৰকাশ কৰিছে। পৰৱৰ্ত্তী কেবাখনো সংস্কৃত নাটত গীতগোবিন্দৰ ৰচনাৰীতি অনুসৰণ কৰিছে। মহানাটক, গোপালকেলি-চন্দ্ৰিকা আদি নাটত এই ৰীতি বৰ্ত্তমান। আমাৰ অঙ্কীয়া নাট আৰু পাতাঘৰ কৱি আদিয়ে প্ৰবৰ্ত্তন কৰা পাঞ্চালী জাতীয় কাব্যও গীত-গোবিন্দৰ ৰচনাৰীতিৰ পৰা বেছি পৃথক নহয়।

গীতগোবিন্দৰ 'মধুৰ কোমলকান্ত পদাৱলী'ত ভাব আৰু ভাষাৰ এনে অপূৰ্ব্ব সঙ্গতি, শব্দৰ এনে সাঙ্গীতিক প্ৰয়োগ, ছন্দৰ এনে লীলাবিলাস গতি কোনো সংস্কৃত বা ভাৰতীয় আন ভাষাৰ সাহিত্যত পোৱা নাযায়। কাব্যিক সৌন্দৰ্য্যৰ উপৰিও গীতগোবিন্দৰ বিষয়বস্তুৰ প্ৰকাশ-ৰীতিটো বিশেষত্ব লক্ষ্য কৰা যায়। অলৌকিক দেব-কাহিনী আৰু লৌকিক ইন্দ্ৰিয় কামনাৰ এনে অপূৰ্ব্ব সমন্বয় ইতিপূৰ্ব্বে কোনো সংস্কৃত কাব্যত হোৱা নাছিল। মানবীয় প্ৰেমৰ যৌন আকৰ্ষণক বাহন স্বৰূপে লৈ অলৌকিক দেববাদ ব্যঞ্জনা কৰাত জয়দেৱৰ দৰে সফলতা কোনেও লাভ কৰা নাই। এই বিলাক কাৰণে কাব্য-ৰসিক মাত্ৰেই গীতগোবিন্দক আদৰ কৰে আৰু কোনো কোনো বৈষ্ণৱ সম্প্ৰদায়ে ধৰ্ম্ম-গ্ৰন্থৰ শ্ৰেণীত ইয়াক ঠাই দিছে। চৈতন্য সম্প্ৰদায়, নিম্বাৰ্ক সম্প্ৰদায় আৰু বল্লভাচাৰী

সম্প্ৰদায়ে গীতগোৱিন্দক তেওঁলোকৰ সাম্প্ৰদায়িক ধৰ্ম্ম-গ্ৰন্থ স্বৰূপে মানি লৈছে।

বৰ্ত্তমানলৈকে গীতগোৱিন্দৰ প্ৰায় ৪০টা টীকা আৱিষ্কৃত হৈছে। ইয়াৰ পৰাই এই কাব্যৰ অসম্ভৱ জনপ্ৰিয়তা অনুমান কৰিব পৰা যায়। এতিয়ালৈকে অসমীয়া পণ্ডিতে ৰচনা তিনটা টীকা পোৱা গৈছে। প্ৰথমটো হ'ল মহাৰাজ শুক্লধ্বজে ৰচনা কৰা 'সাৰৱতী' টীকা। এই টীকা চিলাৰাইৰ পাণ্ডিত্যৰ অপূৰ্ব্ব নিদৰ্শন। ধৃতিদাস নামৰ পণ্ডিত এজনৰ "সন্দৰ্ভ-দীপিকা" নামৰ অন্য এটা টীকা বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ আৰু কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ গ্ৰন্থাগাৰত ৰক্ষিত হৈছে। ৰত্নাকৰ কন্দলীয়ে লেখা "সাৰ-দীপিকা" নামৰ তৃতীয় এটা টীকা বুৰঞ্জী আৰু পুৰাতত্ব বিভাগত আছে। শেষৰখন টীকা মৌলিক টীকা নহয়, জগদ্ধৰ নামৰ প্ৰসিদ্ধ সংস্কৃত টীকাকাৰৰ গীতগোৱিন্দৰ টীকাৰ উপৰত ভেটি কৰি লিখিছে। টীকাবিহীন কেৱল মূল সংস্কৃত থকা বহুতো গীতগোৱিন্দৰ পুথি অসমত থকাৰ প্ৰমাণ পোৱা যায়। এনে পুথি বুৰঞ্জী আৰু পুৰাতত্ব বিভাগতে ১০ খন মান ৰক্ষিত হৈছে।

## (৩) গীতগোৱিন্দৰ অসমীয়া সংস্কৰণঃ

যদিও অসমৰ বৈষ্ণৱ সমাজত গীতগোৱিন্দৰ প্ৰতিপত্তি নাই, তথাপি ইয়াৰ কাব্য-সৌন্দৰ্য্যৰ দ্বাৰা আকৰ্ষিত নোহোৱাকৈ তেওঁলোক নাছিল। এতিয়ালৈকে তিনটা অসমীয়া অনুবাদৰ সন্ধেদ পোৱা গৈছে। এই তিনটা সংস্ককৰণৰ ভিতৰত ৰামসৰস্বতীৰ ভাঙনিটোৱেই প্ৰাচীনতম। ১৮শ শতিকাত ৰবৰজা ফুলেশ্বৰী আৰু শিৱসিংহৰ অনুপ্ৰেৰণাত দ্বিজবৰ কবিৰাজ চক্ৰবৰ্ত্তীয়ে গীতগোৱিন্দৰ দ্বিতীয় ভাঙনি কৰে। কামৰূপ অনুসন্ধান সমিতিৰ সংৰক্ষিত হোৱা কবিৰাজ চক্ৰবৰ্ত্তী সংস্কৰণৰ অনুলিপিটোৰ বিশেষত্ব এইখিনিতেই যে পুথিৰ পাতৰ প্ৰত্যেক পিঠিতেই বিভিন্ন



ৰঙৰ চিত্ৰ অঙ্কন কৰা আছে। পুথিত বৰ্ণিত হোৱা প্ৰত্যেকটো ঘটনা আৰু পৰিবেশকেই চিত্ৰৰ যোগেদি পৰিস্ফুট কৰিবলৈ চেষ্টা কৰিছে। দক্ষিণ ৰাজস্থান, গুজৰাট, তেহ্ৰি-গাৰ্হোৱাল আৰু উড়িষ্যাত গীতগোৱিন্দৰ এনে চিত্ৰিত সংস্কৰণ কেইবাখনো পোৱা গৈছে। গুজৰাট অঞ্চলত বিশেষকৈ গীতগোৱিন্দৰ বিষয়বস্তুক চিত্ৰৰ সহায়েৰে পৰিস্ফুট কৰাৰ প্ৰচেষ্টা মন কৰিবলগীয়া। অসমীয়া চিত্ৰকলা আৰু গুজৰাটী চিত্ৰকলাৰ কিছু সাদৃশ্যও নথকা নহয়। চিত্ৰকলা বিশাৰদসকলে এই বিষয়ে আমাক সঠিক সংবাদ আৰু সিদ্ধান্ত দিব পাৰিব।

কবিৰাজ চক্ৰবৰ্ত্তীৰ সংস্কৰণ মূলৰ অনুগামী ; মূলত নথকা কথা অৰ্থাৎ অনুবাদকৰ স্বকল্পিত বা অন্য ঠাইৰ পৰা সংগৃহীত বিবৰণ ইয়াত নাই। কিন্তু ৰামসৰস্বতীৰ অনুদিত সংস্কৰণ নাইবা ধৰ্ম্মদেৱ ভট্টৰ দ্বাৰা অনুদিত তৃতীয় সংস্কৰণ সম্বন্ধে ওপৰুক্ত মন্তব্য নাখাটে। ধৰ্ম্মদেৱ ভট্টই ১৭১৮ শকত গীতগোৱিন্দৰ তৃতীয় অনুবাদ কৰে।[১] ৰামসৰস্বতীৰ পদানুবাদ, মহাপুৰুষ শঙ্কৰদেৱৰ ভাগৱত দশমস্কন্ধৰ ৰাসক্ৰীড়াখণ্ড আৰু জয়দেৱৰ মূল সংস্কৃত গীতগোৱিন্দ মিলাই ধৰ্ম্মদেৱ বিপ্ৰই এই সংস্কৰণ প্ৰস্তুত কৰে। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত এজন ধৰ্ম্মদেৱ বিপ্ৰই মোৱামৰীয়া বিদ্ৰোহক ভেটি কৰি "ধৰ্ম্মোদয়" নামেৰে এখন সংস্কৃত নাটক ৰচনা কৰিছিল। গীতগোৱিন্দৰ ৰচক ধৰ্ম্মদেৱ ভট্টও এই সময়ৰে মানুহ, গতিকে একেজনেই দুয়োখন গ্ৰন্থ ৰচনা কৰা বুলি অনুমান কৰিলে বোধহয় অসঙ্গত নহব। এই সংস্কৰণত ভালেখিনি শ্লোক আছে, আৰু সেই শ্লোকখিনিৰ কিছুমান জয়দেৱৰ সংস্কৃত শ্লোকৰ আদৰ্শত লিখা। জয়দেৱকৃত গীতগোৱিন্দৰ প্ৰথম মঙ্গলাচৰণ শ্লোকটোৰ লগত ধৰ্ম্মদেৱ বিপ্ৰৰ মঙ্গলাচৰণ শ্লোকটো মিলাই চালেই কথাটো বুজিবলৈ সহজ হব।

---

(১) এই পুথি যোৰহাটৰ সাহিত্যানুৰাগী উকীল শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত দেৱৰ হাতত আছে। পুথিৰ এটা পাণ্ডুলিপি তৈয়াৰ কৰি ছপা কৰিবলৈ আমি দিহা কৰিছোঁ।

মেঘৈর্মেদুৰমম্বৰং বনভুবঃ শ্যামস্তমালদ্ৰুমৈ
নক্তং ভীৰুৰয়ং ত্বমেব তদিমং ৰাধে গৃহং প্ৰাপয়
ইত্থং নন্দনিদেশতশ্চলিতয়ো প্ৰত্যধ্বকুঞ্জদ্ৰুমং
ৰাধামাধবয়োৰ্জয়ন্তি যমুনাকূলে ৰহঃ কেলয়ঃ

( জয়দেৱ )

মেঘৈৰ্স্নিগ্ধান্তৰীক্ষং গিৰিগহনভুবঃ শ্যামবৰ্ণাস্তমালৈঃ
কৃষ্ণোয়ং ৰাত্ৰিভীৰুঃ প্ৰতিনয়তদিমং ত্বংহি ৰাধে স্বগেহং
নন্দস্যোত্থং নিদেশাং ভৃশমনুগতয়ো প্ৰত্য…ধ্বনিকুঞ্জং।
ৰাধাশ্ৰীচক্ৰপাণ্যোৰ্জয়তিসুযমুনাকৃতকেলিৰজস্ৰং”

( ধৰ্ম্মদেৱ ভট্ট )

ধৰ্ম্মদেৱ ভট্টৰ ৰচনা-প্ৰণালী কীৰ্ত্তনৰ অনুৰূপ। প্ৰত্যেকটো অধ্যায় আৰম্ভ হৈছে এটা ঘোষাৰে, তাৰ পাছত পদ বা দুলৰী আদি ছন্দত বিষয়বস্তু বৰ্ণনা কৰিছে।

## (৪) ৰামসৰস্বতীৰ গীতগোৱিন্দ বা জয়দেৱ কাব্যঃ

মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাৰ অন্যতম পণ্ডিত, মহাভাৰতৰ প্ৰসিদ্ধ অনুবাদক, বধকাব্য ৰীতিৰ প্ৰৱৰ্ত্তক ৰামসৰস্বতী অসমীয়া পাঠকৰ ওচৰত অপৰিচিত নহয়। তেওঁৰ পিতৃৰ নাম ভীমসেন কৱিচূড়ামণি, জ্যেষ্ঠ সহোদৰৰ নাম কৱিচন্দ্ৰ আৰু নিজৰ পিতৃদত্ত নাম অনিৰুদ্ধ। কামৰূপৰ পচৰিয়া গ্ৰামত তেওঁৰ পূৰ্ব্বপুৰুষৰ ঘৰ আছিল। এওঁ মহাৰাজ নৰনাৰায়ণ আৰু মহাবীৰ চিলাৰাইৰ গুণ যশ মহাভাৰতৰ বিভিন্ন পৰ্ব্ব আৰু বধকাব্য সমূহত প্ৰকাশ কৰিছে। এওঁৰ দীক্ষা-গুৰুৰ নাম মুকুন্দদেৱ; ৰচনাৰ কেইবা ঠাইতো মুকুন্দদেৱক কৃতজ্ঞতাৰে স্মৰণ কৰিছে আৰু প্ৰণতি জনাইছে। কৱি-জীৱনৰ প্ৰথম ছোৱাকাল এওঁ কোচবেহাৰ নৰনাৰায়ণৰ ৰাজসভাত যাপন কৰে। নৰনাৰায়ণৰ মৃত্যুৰ পাছত কোঁচৰাজ্য



দ্বিখণ্ডিত হোৱাত ৰঘুৰাইৰ লগত কামৰূপলৈ আহে। ৰঘুৰাইৰ পাছত পৰীক্ষিতনাৰায়ণ আৰু বলীনাৰায়ণৰ ৰাজসভা তেওঁ অলঙ্কৃত কৰে। বলীনাৰায়ণৰে অন্য নাম ধৰ্ম্মনাৰায়ণ[২]। গীতগোৱিন্দৰ প্ৰাৰম্ভতে ৰামসৰস্বতীয়ে তেওঁ ৰচনা কৰা কাব্যৰ এটা চমু আভাস দিছে।

জয়দেৱ নামে কৱি আছিলা পূৰ্ব্বত।
গীতগোৱিন্দৰ বিৰচিলা নানা মত॥
গোৱিন্দৰ ৰাসক্ৰীড়া গোপিকা সহিত।
একত্ৰ কৰিয়া ভাগৱত সমন্বিত॥
দুয়ো কথা নিবন্ধ কৰিবো একে ঠাই।
যাহাক স্মৰণে লোক বৈকুণ্ঠক যাই॥

… … …

পূৰ্ব্বত ৰচিলো পদ অতি অনুপাম।
উদ্যোগৰ আন্তকথা ভাগৱত নাম॥
ভীষ্ম পৰ্ব্ব নিবন্ধিলো ভীষ্মৰ নিৰ্যাণ।
পাছে ঘোষ-যাত্ৰা বনপৰ্ব্ব যাৰ নাম॥
জয়দেৱ নামে কাব্য বিৰচিলো সাৰ।
শুক্লধ্বজ ৰাজা টীকা কৰিলন্ত যাৰ॥
নৰনাৰায়ণ নৃপতিৰ প্ৰাণ ভাই।
মহাৰাজা শুক্লধ্বজ যাৰ সম নাই॥
তাহান টীকাক জিজ্ঞাসিয়ো বুধজনে।
যদি অৰ্থ নোপোৱা নিন্দিবা মোক মনে॥

---

(২) ৰামসৰস্বতীৰ জীৱনী আৰু সাহিত্যিক অৱদান সম্পৰ্কে গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশিত "Aspects of Early Assamese Literature" চাওক, উক্ত গ্ৰন্থত বহল আলোচনা পোৱা যাব।

ওপৰত উদ্ধৃত কৰা পদৰ পৰা বুজিব পাৰি যে গীতগোৱিন্দ তেওঁৰ ভাটী বয়সৰ ৰচনা। এই কাব্যৰে আন এঠাইত ধৰ্ম্মনাৰায়ণ ৰজাৰ কথা উল্লেখ কৰিছে[৩]। ধৰ্ম্মনাৰায়ণৰ ৰাজত্ব কাল খৃষ্টীয় ১৬১৫—১৬৩৭ লৈকে বুলি বুৰঞ্জীবিদসকলে কয়। গতিকে গীতগোৱিন্দ সপ্তদশ শতিকাৰ দ্বিতীয় বা তৃতীয় দশকৰ ভিতৰত ৰচিত হৈছিল বুলি একপ্ৰকাৰ নিসন্দেহে কব পাৰি। গীতগোৱিন্দ ৰচনা কৰাৰ সময়ত কৱিৰ বয়স আশীৰ কম হব নোৱাৰে। ১৫৬০ খৃষ্টাব্দত নৰনাৰায়ণৰ ৰাজসভালৈ যোৱা বুলি ধৰিলেও, ১৬২০ খৃষ্টাব্দলৈকে তিনিকুৰি বছৰ হয়। নৰনাৰায়ণৰ ৰাজসভালৈ যাওতে তেওঁক কুৰিবছৰীয়া চফল ডেকা বুলি ধৰি ললেও গীতগোৱিন্দ ৰচনাৰ সময়ত তেওঁৰ বয়স চাৰিকুৰিৰ কম হব নোৱাৰে।

ৰামসৰস্বতীৰ অনুদিত গীতগোৱিন্দ জয়দেৱৰ হুবহু অনুবাদ বুলি কব নোৱাৰি; জয়দেৱৰ কাব্যৰ ছায়ানুবাদহে বুলি কব লাগিব। জয়দেৱৰ কাব্য ৰাধাকৃষ্ণৰ প্ৰেম-লীলা মান অভিমানৰ বৰ্ণনাৰে পৰিপূৰ্ণ, তাত গোপীসকলৰ বিশেষ স্থান নাই। কিন্তু অসমীয়া কৱিয়ে ৰাধা-কৃষ্ণৰ প্ৰেম-লীলাৰ লগত ভাগৱতৰ ৰাসক্ৰীড়াৰ বিবৰণ মিহলি কৰিছে। ভাগৱতৰ দশম স্কন্ধৰ ২৯শ অধ্যায়ৰ পৰা ৩৩শ অধ্যায়লৈ ৰাসক্ৰীড়াৰ বিবৰণ পোৱা যায়। কৃষ্ণৰ বাঁহীৰ মাত শুনি উত্ৰাৱল হৈ গোপীবিলাকৰ বৃন্দাবন-যাত্ৰা, কৃষ্ণৰ পৰিহাস বাক্য আৰু শেষত কোনো এজনী গোপীক লৈ অন্তৰ্দ্ধান হোৱা, এইবোৰ বিৱৰণ ভাগৱতৰ; কেৱল ৰাধাকৃষ্ণৰ বিৰহ আৰু মান অভিমানৰ বিবৰণখিনি প্ৰধানকৈ জয়দেৱক আশ্ৰয় কৰি বৰ্ণনা কৰিছে। কৃষ্ণৰ কান্ধত বগোৱা গোপীজনীৰ নাম ভাগৱতত উল্লেখ নাই, ৰামসৰস্বতীয়ে সেইজনীকে ৰাধা বুলি বৰ্ণনা কৰিছে। মহাপুৰুষৰ 'কেলি-গোপাল' নাটতো সেইজনী গোপীক ৰাধা ৰূপে বৰ্ণনা কৰিছে।

(৩) ২৬ নং পদৰ "নিদানত ধৰ্ম্ম নৃপতিৰ পুৰোহিত" এই পদাংশৰ পৰা বুজা যায় এই কাব্য ধৰ্ম্মনাৰায়ণৰ ৰাজত্বৰ সময়ত ৰচনা কৰিছিল।



অসমীয়া কৱিয়ে অনুবাদ কৰোতে সৰ্গ বিভাগ নাইবা গীতৰ বিভাগ কৰা নাই। গীতবোৰক বেলেগ কৰি নেদেখুৱাই একেধাৰে পদ বা ত্ৰিপদী ছন্দত বৰ্ণনা কৰি গৈছে। জয়দেৱৰ কাব্যৰ ১২ সৰ্গৰ বিভিন্ন নাম—যেনে (১) সামোদ দামোদৰ, (২) অক্লেশ-কেশৱ, (৩) মুগ্ধ মধুসূদন, (৪) স্নিগ্ধ মধুসূদন, (৫) সাকাঙ্খপুণ্ডৰীকাক্ষ, (৬) ধৃষ্টবৈকুণ্ঠ, (৭) নাগৰ নাৰায়ণ, (৮) বিলক্ষলক্ষ্মীপতি, (৯) মুগ্ধমুকুন্দ, (১০) মুগ্ধ মাধৱ, (১১) সানন্দ গোবিন্দ, (১২) সুপ্ৰীতপীতাম্বৰ—কৱি ৰামসৰস্বতীয়ে পৃথক ভাৱে দেখুৱা নাই। ভাগৱতৰ কথা সংযোগ কৰি অসমীয়া বৈষ্ণৱ সমাজৰ শ্ৰদ্ধা আকৰ্ষণ কৰিবলৈ কৱিয়ে মূল্য কাব্যৰ ঐক্য নষ্ট কৰিছে। প্ৰাৰম্ভ আৰু উপসংহাৰত গোপীসকলে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰাত নায়ক-নায়িকা গৌণ হৈ পৰিছে।

কাব্য-শাস্ত্ৰ আৰু সঙ্গীত-শাস্ত্ৰৰ প্ৰভাৱো ৰামসৰস্বতীৰ অনুবাদত এটা মন কৰিবলগীয়া বিশেষত্ব। জয়দেৱে প্ৰয়োগ কৰা বিভিন্ন ৰাগৰ বিৱৰণ ( ৰাগ ধ্যান ) ৰাগ-মালাৰ পৰা সংগ্ৰহ কৰা; নায়ক-নায়িকাৰ বিৰহ, উৎকণ্ঠা, মান আদি মানসিক অৱস্থাৰ বিবৰণ আৰু বিশ্লেষণ ৰতি আৰু কাব্যশাস্ত্ৰ অনুসৃত। ৰামসৰস্বতীয়ে এইখিনি উপাদান উক্ত শাস্ত্ৰৰ পৰা পোনে পোনে গ্ৰহণ কৰা নাই, মহাৰাজ শুক্লধ্বজৰ 'সাৰৱতী' টীকাৰ পৰা সংগ্ৰহ কৰিছে। 'সাৰৱতী' টীকাৰ লগত এই বিবৰণৰ হুবহু মিল দেখা যায়।

জয়দেৱৰ গীতগোবিন্দৰ শ্ৰুতি-মাধুৰ্য্য, শব্দ-প্ৰয়োগৰ সাঙ্গীতিক সৌন্দৰ্য্য আৰু ভাৱৰ কোমল লীলা-বিলাস অনুদিত ৰূপত অৰ্থাৎ ভাষান্তৰ কৰি প্ৰকাশ কৰা সম্ভৱ নহয়। জয়দেৱে নিজেই প্ৰকৰান্তৰে কাব্যৰ উপসংহাৰত ভবিষ্যত বাণীৰ দৰে কৈছে :

সাধ্বী মাধবীক চিন্তা ন ভৱতি ভৱতঃ শৰ্কৰে কৰ্কৰাসি
দ্ৰাক্ষে দ্ৰক্ষ্যন্তি কে তামমৃত মৃতমসি ক্ষীৰং নীৰং ৰসন্তে

মাকন্দ ক্রন্দ কান্তাধৰা ধৰণিতলং গচ্ছ যচ্ছন্তি যাৱ—
স্তাৱং শৃঙ্গাৰসাৰস্বতমিহ জয়দেৱস্য বিষ্বগ্বচাংসি ॥

( যি পৰ্য্যন্ত পৃথিবীৰ সকলো ঠাইতে কৱি জয়দেৱ-ৰচিত শৃঙ্গাৰ ৰস বিষয়ক সাৰস্বত ভাৱময় ৰচনাৱলী থাকিব, সেই পৰ্য্যন্ত হে মধু! তোমাক আৰু কোনেও স্মৰণ নকৰিব; হে শৰ্কৰা! তুমি ৰসহীন কৰ্কৰা ( শিলগুটি ) সদৃশ প্ৰতিভাত হবা; হে দ্ৰাক্ষা! তোক কোনেও চকুৰেই নাচাব। হে অমৃত! তুমি মৃত; হে দুগ্ধ! তোমাৰ ৰস আস্বাদহীন পানীৰ দৰে বিৰস হব; হে সহকাৰ! তুমি দুখত ৰোদন কৰা; হে কামিনীৰ কান্ত অধৰ! তুমি পৃথিবীলৈ গতি কৰি আত্মগোপন কৰা। )

যদিও জয়দেৱৰ "মধুৰ কোমলকান্ত পদাৱলী'ৰ সৌন্দৰ্য্য অটুট ৰাখি ভাষান্তৰ কৰা সম্ভৱ নহয় তথাপি সংস্কৃত ভাষাত অপটু অসমীয়া শ্ৰোতা আৰু পাঠকক সেই কাব্যামৃতৰ সামান্য ৰসাস্বাদন কৰোৱাৰ কাৰণেই অসমীয়া সাহিত্যামোদী ৰামস্বৰস্বতীৰ ওচৰত কৃতজ্ঞ।

**পুথি প্ৰসঙ্গ**ঃ—৺কালিৰাম বৰুৱাই—১২৯০ ( ১৮৮২ খৃষ্টাব্দ ) শালত প্ৰকাশ কৰা গীতগোৱিন্দৰ পাঠটোকেই আহি পাঠ স্বৰূপে গ্ৰহণ কৰা হৈছে। কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত পুথিখনৰ পাঠটো পাঠান্তৰ ৰূপে গ্ৰহণ কৰা হৈছে। ৺কালিৰাম বৰুৱাই প্ৰকাশ কৰা ছপা পাঠটোত ভালেখিনি ভুল ( বিশেষকৈ ছপাৰ ভুল ) চকুত পৰে। অনুসন্ধান সমিতিত সংৰক্ষিত হোৱা পুথিখনৰ পাঠৰ লগত ৺বৰুৱাৰ দ্বাৰা প্ৰকাশিত পুথিৰ পাঠৰ ঠায়ে ঠায়ে অমিল দেখা যায়। সমিতিৰ পুথিত ৰাগৰ মূৰ্ত্তি চিত্ৰণ প্ৰায়ে বাদ পৰিছে[৪]। এই কাৰণে ৰাগধ্যানসমূহ পাছত সংযোজিত হোৱা বুলি সন্দেহ জন্মে। কিন্তু চিলাৰায় ৰচিত

(৪) সংস্কৃত মালাৰ বিবৰণত লগত ৰাম সৰস্বতীয়ে বৰ্ণনা কৰা ৰাগৰ বিবৰণৰ সাদৃশ্য আৰু কাব্য আৰু ৰতিশাস্ত্ৰৰ প্ৰভাৱ সম্পৰ্কে পৰিশিষ্ট চাওক।



"সাৰৱতী" টীকাতো এই ৰাগধ্যানসমূহ পোৱা যায়। ৰাগৰ মূৰ্ত্তি-কল্পনা ভাৰতীয় সঙ্গীত শাস্ত্ৰত অন্ততঃ পঞ্চদশ শতিকাৰ পৰাই পোৱা যায়। ১৪৪০ খৃষ্টাব্দৰো আগতে ৰচিত হোৱা নাৰদৰ নামত প্ৰচলিত 'পঞ্চম-সাৰ-সংহিতা' গ্ৰন্থত ৬ ৰাগ আৰু ৩৬ ৰাগিনীৰ ধ্যান পোৱা যায়। 'সঙ্গীত দামোদৰ' আৰু 'সঙ্গীত-দৰ্পণত' ( দুয়োখন ১৬শ শতাব্দীৰ শেষ আৰু সপ্তদশ শতিকাৰ আদিভাগৰ ভিতৰত ৰচনা কৰা ) থকা ৰাগধ্যানৰ লগত ৰামসৰস্বতীৰ ৰাগধ্যানৰ সাদৃশ্য বৰ বেছি। সেই বুলি ওপৰক্ত পুথিৰ পৰা ৰামসৰস্বতীয়ে অনুবাদ কৰিছে বুলি ধৰি লব নোৱাৰি, তাৰ আগতেই ৰচিত হোৱা সঙ্গীত শাস্ত্ৰত এনে ৰাগধ্যান পোৱা যায়। ৰাণা কুম্ভই ৰচনা কৰা গীতগোৱিন্দৰ 'ৰসিক-প্ৰিয়া' টীকাত ৰাগৰ বিৱৰণ আছে। গতিকে ৰামসৰস্বতীৰ পুথিত থকা ৰাগৰ ধ্যানসমূহ প্ৰক্ষিপ্ত বুলিও কোৱা টান হৈ পৰে।

অনুসন্ধান সমিতিৰ পুথিখন ব্যৱহাৰ কৰিবলৈ সুবিধা পোৱাত সমিতিৰ কৰ্তৃপক্ষলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। প্ৰসিদ্ধ প্ৰকাশক শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱাই এই পুথি প্ৰকাশ কৰাৰ কাৰণে তেখেতলৈকো আন্তৰিক কৃতজ্ঞতা জনালো।

**শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা**
১৮৭৭ শঁক

# গীতগোবিন্দ

## পদ

নমো নমো নাৰায়ণ, ভৱ-ভয় বিনাশন।
ব্ৰহ্মা হৰে চিন্তে যাৰ অৰুণ.চৰণ ॥
প্ৰণামো গোপাল নিৰাকাৰ শিৰকান্ত।
গোপীজন-বল্লভ প্ৰণামো লক্ষ্মীকান্ত ॥ ১
জ্ঞান-চক্ষু দিলাহা সোদৰ ৰূপ-ধৰি।
নমো কবিচন্দ্ৰৰ চৰণে আগবাঢ়ি ॥
জয়দেৱ নামে কবি আছিলা পূৰ্ব্বত।
গীত-গোবিন্দৰ বিৰচিলা নানা মত ॥ ২
গোবিন্দৰ ৰাসক্ৰীড়া গোপিকা সহিত।
একত্ৰ কৰিয়া ভাগৱত সমন্বিত ॥
ছুয়ো কথা নিবন্ধ কৰিবো একে ঠাই।
যাঁহাকে স্মৰণে লোক বৈকুণ্ঠক যাই ॥ ৩
শুনা কথা পৰে[১] ভাল অৰ্থ সমন্বিতি।
পদবন্ধে নিবন্ধিলোঁ ৰাম-সৰস্বতী ॥

---

(১) শুনা কথা পৰে=শুনা কলাপৰ।

পূৰ্ব্বত ৰচিলোঁ পদ অতি অনুপাম।
উদ্যোগৰ আদ্য কথা ভাগৱত নাম[২] ॥ ৪
ভীষ্ম-পৰ্ব্ব নিবন্ধিলোঁ ভীষ্মৰ নির্যাণ।
পাছে ঘোষ-যাত্ৰা বনপৰ্ব্ব যাৰ নাম ॥
জয়দেৱ নামে কাব্য বিৰচিলোঁ সাৰ।
শুক্ল-ধ্বজ ৰাজা টীকা কৰিলন্ত যাৰ ॥ ৫
নৰনাৰায়ণ নন্দ প্ৰতি প্ৰাণ ভাই[৩]।
মহাৰাজা শুক্লধ্বজ যাৰ সম নাই ॥
তাহান টীকাক জিজ্ঞাসিয়ো বুধজনে।
যদি অৰ্থ নোপোৱা নিন্দিবা মোক মনে ॥ ৬
জয়দেৱ আদ্য শ্লোক শুনিয়ো প্ৰৱন্ধে।
ৰাধিকাক আদেশ কৰিলা গৈয়া নন্দে ॥
দেখ ৰাধা আকাশত মেঘেৰ আকাৰ।
তমালতি বৃক্ষে ভূমি দেখি অন্ধকাৰ ॥ ৭
ৰাত্ৰিত স্বতসে আতি ডৰিব[৪] কানায়।
কৃষ্ণক ঘৰক লাগি নিয়ো ৰাধাৰায়[৫] ॥
সহজে কৃষ্ণত মন ৰাধিকা সুব্ৰত[৬]।
সিদ্ধি চাই ফুৰন্তে দুৱাৰে পাইলা পথ ॥ ৮

(২) নাম=যান।
(৩) নৰনাৰায়ণ…প্ৰাণ ভাই=নৰনাৰায়ণ নৃপতিৰ প্ৰাণ ভাই।
(৪) ডৰিব=ডৰুক।
(৫) ৰাধা ৰায়=ৰাধা মাই।
(৬) সুব্ৰত=সুৰথ।



ৰাধিকা কৃষ্ণক লৈয়া গৈলা ধীৰে ধীৰে।
ৰাসক্ৰীড়া আৰম্ভিলা নিকুঞ্জ-মন্দিৰে ॥
কৱি মধ্যে লেখি জয়দেৱ নাম সাৰ।
বাক্যত দেৱতা সৰস্বতী কণ্ঠে যাৰ ॥ ৯
যাৰ নিজ ভাৰ্য্যা ভৈলা নামে পদ্মাৱতী।
নানাবিধ বাক্য ৰচনাত চক্ৰবৰ্ত্তী[৭] ॥
জয়দেৱে মাধৱৰ স্তুতিক[৮] বৰ্ণাৱে।
পদ্মাৱতী আগত নাচত ভঙ্গি ভাৱে ॥ ১০
প্ৰথমতে ৰাগ যে মাল্লৱ আৰম্ভিলা।
দশ অৱতাৰক বৰ্ণায়া প্ৰণামিলা ॥
কৃষ্ণ সমে ৰাসক্ৰীড়া কৰিলা যি জনে।
হুয়ো পৰিচয় ৰাধা কোন গোপীগণে ॥ ১১
ব্ৰহ্মা ৰুদ্ৰ আদি দেৱ তাসম্বাত কৰি[৯]।
সততে ভক্তৰ বশ্য দেখাইলন্ত হৰি ॥
এতেকে কৃষ্ণত ভক্তি কৰিবাক মনে।
লক্ষ্মী আসি ৰাধা-ৰূপে ভৈলন্ত আপোনে ॥ ১২
যাৰ ভক্তিভাৱে তুষ্ট ভৈলা দামোদৰ।
ৰাধিকাক ফুৰাইলন্ত কন্ধৰ উপৰ ॥
ৰাধাৰ পৰম ৰতি মাধৱৰ ঠাই।
কৃষ্ণ বিনে যাহাৰ দণ্ডেকে যুগ যাই ॥ ১৩

(৭) নানাবিধ…চক্ৰৱৰ্ত্তী=নানাবিধ নাটৰ নটৰ চক্ৰবৰ্ত্তী।
(৮) স্তুতিক=ৰতিক।
(৯) ব্ৰহ্মা ৰুদ্ৰ…কৰি=ব্ৰহ্মাপুত্ৰ লক্ষ্মী ভাৰ্য্যা তাসম্বাত কৰি।

ৰাধিকা কৃষ্ণৰ নাম লন্ত অবিশ্ৰাম।
নিতে নিতে কৃষ্ণয়ো ৰাধাৰ লন্ত নাম ॥
কৃষ্ণ-স্বামী মাগন্ত ৰাধিকা পুটাঞ্জলী[১০]।
ৰাধিকা বোলন্ত তুষ্ট হুয়ো বনমালী ॥ ১৪
প্ৰকৃতি পুৰুষ দুয়োৰো নাহি ভিন্ন পৰ।
কাৰ্য্য কাৰণত মাত্ৰ ভিন্ন কলেৱৰ[১১] ॥
তিনবিধ গোপীসনে ক্ৰীড়া মাধবৰ।
তাসম্বাৰ পূৰ্ব্বকথা শুনা নিৰন্তৰ ॥ ১৫
এক বিধ গোপী তাৰা গোপকন্যা বোলে।
মাধৱৰ ক্ৰীড়া হেতু জন্মিলা গোকুলে ॥
আৰু একবিধ তাৰা গোপকন্যাগণ।
কাত্যায়ণী পূজিলা কৃষ্ণক স্বামী মন ॥ ১৬
তপ কৰিলন্ত কণ্ঠ-মান জলে নামি।
বৰ মাগে আমাৰ হওক কৃষ্ণ স্বামী[১২] ॥
সেহি পুণ্যফলে তাৰা মাধৱক পাই।
ৰাস ক্ৰীড়া আৰম্ভিলা বৃন্দাবনে যাই ॥
আৰু বিধ গোপীৰ শুনিয়ো জন্ম কথা।
দণ্ডকাৰ বনে ৰাম সীতা সমে যথা ॥

---

(১০) কৃষ্ণ-স্বামী…পুটাঞ্জলী = কৃষ্ণে বৰ মাগন্ত ৰাধিকা তুষ্ট বুলি।
(১১) কাৰ্য্য কাৰণত…কলেৱৰ = সত্য বিৰম্বনত মনুষ্য কলেৱৰ।
(১২) তপ কৰিলন্ত……কৃষ্ণ স্বামী =
কণ্ঠমানে জলত আছিলা নামি নামি।
বৰ মাগে মাধৱ হৈবন্ত মোৰ স্বামী ॥



ঋষিগণে শুনি তাঙ্ক চাহিবাক যাই।
বুলিলন্ত ভাগ্যৱতী জানকীক চাই ॥ ১৮
শুনিয়োক সীতা তুমি কিনো ভাগ্যৱতী।
ত্ৰিভুবন মোহন ৰাঘৱ যাৰ-পতি[১৩] ॥
যাঁৰ ৰূপ দেখি কন্দৰ্পৰ কাম্পে গাৱ।
আচোক নাৰীৰ পুৰুষৰ কামভাৱ[১৪] ॥ ১৯

হেনৰূপ আলিঙ্গি পাসৰা আন চিন্তা।
নাৰীগণ চূড়ামণি ধন্য ধন্য সীতা[১৫] ॥
পুৰুষৰ ৰূপ মোৰা বিফল জীৱন।
যাক আলিঙ্গন্ত প্ৰভু কমললোচন ॥ ২০

ৰামচন্দ্ৰে বোলন্ত শুনিয়ো ঋষি-লোক।
নাৰী হুয়া যদি আলিঙ্গিবে খোজা মোক ॥
গোকুলত কৃষ্ণ অৱতাৰ হুইবো ময়।
গোপীহুয়া ভজিবাহা তোৰা ঋষিচয়[১৬] ॥ ২১

---

(১৩) যাৰ পতি = তযু পতি।
(১৪) কাম ভাৱ = মোহভাৱ।
(১৫) হেনৰূপ……ধন্য ধন্য সীতা =
হেনৰূপ আলিঙ্গিয়া পূৰা মন চিন্তা।
নাৰীগণ চূড়ামণি ধন্যৱতী সীতা ॥
(১৬) গোকুলত কৃষ্ণ……ঋষিচয় =
গোকুলত হইবো মই কৃষ্ণ অৱতাৰ।
গোপী হুয়া ঋষিচয় ভজিবা তোমৰা ॥

সেই ঋষিগণ তাৰা গোপী আসি ভৈলা।
এহে তিনবিধ গোপী কৃষ্ণক ৰমিলা॥
শৰত-কালত চন্দ্ৰাৱলী ৰাত্ৰি পায়।
দিব্য ৰাসক্ৰীড়া আৰম্ভিলা যদুৰায়॥ ২২

বৃন্দাবন ঝক্ মক্ পুষ্পে বিকশিত।
কামবাণে কামিনীৰ চঞ্চল চৰিত॥
মলয়-পৱন বহে বসন্ত প্ৰকাশ।
ফুলিল মালতি যূতি নিৰ্ম্মল আকাশ॥ ২৩

পূৰ্ণচন্দ্ৰ ৰশ্মি দশোদিশ গৌৰবৰ্ণ।
কাম ভাৱে যুবতীৰ স্বামী সুমৰণ॥
অশোক চম্পক বক ফুলিলা মন্দাৰ।
নানা পুষ্পে বৃন্দাবন কৰে জাতিষ্কাৰ[১৭]॥ ২৪

বিকশিত বৃন্দাবন দেখি নাৰায়ণে।
বংশীবাদ্য কৰিলেক ক্ৰীড়িবাক মনে॥
শুনিয়োক সভাসদ কৃষ্ণৰ চৰিত।
আত পৰে ধৰ্ম্ম আৰ নাহিক কলিত॥ ২৫

কহে ৰাম-সৰস্বতী পৰম দুৰ্ণীত।
নিদানত ধৰ্ম্ম নৃপতিৰ পুৰোহিত॥

(১৭) নানাপুষ্পে……জাতিষ্কাৰ=
নানা পুষ্পগণে বৃন্দাবন জাতিষ্কাৰ।



নাজানি কহিলো কৃষ্ণ কথাক বিস্তৰি।
ব্ৰহ্মা নজানন্ত যাক লক্ষ ভাগ কৰি[১৮]॥ ২৬

কহে ৰাম-সৰস্বতী এৰি আন কাম
নিৰন্তৰে লোকে ডাকি বোলা ৰাম ৰাম॥

## দুলৰী

জয় নমো ৰাম গুণে অনুপাম,
মধুৰ মুৰতি হৰি।
গীত-গোবিন্দৰ, পদ মনোহৰ
বিৰচিলা[১৯] যত্ন কৰি॥ ২৭

বোলো মূঢ়মতি, ৰাম সৰস্বতী
তুমি যে বৰ নাগৰ[২০]।
ভক্তি ধনে কিনি, নিয়োক আপুনি,
উদ্ধাৰিয়ো দামোদৰ[২১]॥ ২৮

(১৮) ব্ৰহ্মা……ভাগ কৰি=
ব্ৰাহ্মণে নজানে যাক লক্ষভাগ কৰি॥
(১৯) বিৰচিলা=বিৰোচিবো।
(২০) তুমি যে বৰ নাগৰ=মই যেন অনাথৰ।
(২১) ভক্তি ধনে কিনি……দামোদৰ=
ভক্তিধনে কিনি নিয়োক উদ্ধাৰি আপুনিয়ে গদাধৰ॥

বৃন্দাবনে আতি, পূৰ্ণ চন্দ্ৰ কান্তি
বহে মলয়াৰ বাৱ।
পুষ্পে বিকশিত কামে জৰ্জ্জৰিত,
তৰুণীৰ দহে গাৱ ॥ ২৯

ৰাত্ৰি কৃষ্ণ যাই, বৃন্দাবনে পাই,
মনত উৎসৱ বৰ।
কদম্বৰ তলে, বসিয়া বিৰলে
বংশী বাইলা দামোদৰ ॥ ৩০

বংশীৰ বাদ্যত, বৃক্ষ শিলা যত,
পানীহুয়া যাই ঝৰি।
যমুনাৰ জলে ভাটিক নচলে,
বহয় উজান ধৰি ॥ ৩১

পশু পক্ষীগণ, এৰি আন মন,
বংশীয়ে হৰিলা চিত,
উৰ্দ্ধ মুখ কৰি, বন ফল এৰি,
চাপিলা আসি সন্নিত[২২] ॥ ৩২

বংশীবাদ্য শুনি, যতেক গোপিনী
কামে জৰ্জ্জৰিত চিত।
শৰীৰ শিহৰে লোতক নিগৰে,
বংশীৰ শুনিয়া গীত ॥ ৩৩

(২২) উৰ্দ্ধমুখ কৰি……সন্নিত=
উৰ্দ্ধমুখ কৰি বনক পাসৰি আসিলা চাপি সন্নিত ॥



নিজ নাম ধৰি, ডাকিলন্ত হৰি,
আইস ৰাধা প্ৰাণেশ্বৰী।
শুনি বসুমতী[২৩] পদ্মাৱতী ৰতি
বৃন্দাবনে ক্ৰীড়া কৰি ॥ ৩৪

নিজ নাম শুনি, আনন্দে[২৪] গোপিনী,
আসিলেক সেহিমতে[২৫]।
কোলাৰ শিশুক, মাটিত পেহলাই,
চলি গৈলা লৰৱন্তে ॥ ৩৫

স্বামীৰ কোলাত, আছিলেক কেহো,
শুনিয়া লৰৰ দিলা।
স্বামী হাক দেই ননন্দী বাধই,
ফিৰি কাকো নামাতিলা ॥ ৩৬

ৰন্ধন শালাত, আছিলেক কেহো,
নুধুইলেক হাত ভৰি।
ঘুমটিৰ হন্তে, গৈলা লৰৱন্তে
গাৰো বস্ত্ৰ নসম্বৰি ॥ ৩৭

আঁৰত লুকাই, আৰজনী যাই,
লৰৱন্তে গোপীঝাক।
বোলন্ত সতিনী হুইব এহি জনী,
কৃষ্ণে নামাতিবে মোক ॥ ৩৮

(২৩) শুনি বসুমতী=আসিয়ো সুমতি।
(২৪) আনন্দে=আকুল।
(২৫) আসিলেক সেইমতে=আছিলেক যেহিমতে।

কতো গোপিনীক, দুয়াৰে বান্ধিয়া,
স্বামীয়ে ৰাখিলে ধৰি।
মনত নৈৰাশে, পৰম বিৰহে,
মৰিল কৃষ্ণক স্মৰি ॥ ৩৯
সুৰত আলাপে, আছিলেক কেহো,
স্বামীৰ ধৰি কণ্ঠত।
যাইবাক খোজন্তে, স্বামীয়ো নেৰন্তে
নৈৰাশা ভৈলা মনত ॥ ৪০
তোৰ অধিকাৰ, শৰীৰ আমাৰ,
আছোহো তোহোঁৰ স্থানে।
বিৰহ তাপত, কৃষ্ণক মনত,
ধৰিয়া তেজিলা প্ৰাণে ॥ ৪১
স্বামী দেখেবৰ, দেহা ভৈলা থৰ,
দেখয় পাঞ্জৰ কৰি[২৬]।
দেখে নিজ নাৰী, কৃষ্ণক সুমৰি,
কোলাত গৈলেক মৰি ॥ ৪২
যিটো নাৰীগণ, গৈলা বৃন্দাবন,
তাসম্বাত কৰি আগ।
যিটো গৈলা মৰি, কৃষ্ণক সুমৰি
তেসম্বে পাইলন্ত লাগ ॥ ৪৩

(২৬) স্বামী দেখে বৰ…কৰি=
স্বামী দেখে বৰ দেহা থৰমৰ
চাহয় পাঞ্জৰ কৰি।



ৰাম-সৰস্বতী কহে মূঢ়মতি,
কৃষ্ণৰ ভকতি সাৰ।
কৃষ্ণক সুমৰি, ৰাম ৰাম বুলি,
হুয়ো সংসাৰৰ পাৰ ॥ ৪৪

## লেচাৰী

কদম্বৰ তলে দামোদৰ, বংশীবাদ্য শুনি মনোহৰ,
গোপিনী সকলে বেঢ়িলে কদম্বতলে।
তৰুণী ৰমণী গোপবালী, নেতৰ বসনে পৰে হালি
কৃষ্ণক চাহিয়া ৰহিলা গোপীসকলে ॥ ৪৫
মাধৱক দেখি গোপীগণে, কদম্বৰ তলে বিতোপনে
আজানু-লম্বিত পিন্ধি আছে বনমালা।
দূৰ্ব্বাদল শ্যাম যেন তনু, ভ্ৰূৱযুগ যেন ইন্দ্ৰধনু,
কটিতে প্ৰকাশে ৰত্নৰ দিব্য মেখলা ॥ ৪৬
পীতবস্ত্ৰ তাতে মনোহৰ, মকৰ কুণ্ডল জাতিক্কাৰ,[২৭]
দেখি গোপীগণ চকিত মদন বাণে।
অন্তৰে মদনে আকুলিত, মনে ধৰি আলঙ্গিয়া চিত,
মুখত বৈলাসে দগধ কৰে পৰাণে ॥ ৪৭

(২৭) জাতিক্কাৰ=ঝলমল।

## দীৰ্ঘ ঝুমুৰি

গোপীগণ উভয় সংকটে।
মনদুঃখ মিলিল প্ৰকটে॥
কৃষ্ণক চাহিয়া গোপীগণ।
লাজে কাৰো নোহ্লাই বচন॥ ৪৮

ইটেসিটে চাই তোলে হাস[২৮]।
কৃষ্ণে তাসম্বাৰ বুঝি আশ॥
সবাকে মাতিলা নাৰায়ণে।
সখী তোবা আইলা কি কাৰণে॥ ৪৯

গৃহৰ ওলাইলা[২৯] নাৰীগণ।
তোবা পূৰ্ণ কুলবধূজন[৩০]॥
কামাতুৰ পুৰুষক ডৰে।
ৰাত্ৰি নাৰী নোহ্লাই গৃহৰে॥ ৫০

ইটো বনে ৰাক্ষসৰ ভয়।
তোবা কেনে আসিলা ওলাই॥
যদি বাটে বমে উপপতি।
কি কৰিবা তোবা স্ত্ৰী জাতি॥ ৫১

(২৮) ইটেসিটে চাই তোলে হাস=অন্যোঅন্যে চাহি তোলে হাস।
(২৯) ওলাইলা=নোলাই।
(৩০) তোবা⋯জন=তোবা কেনে এৰি বন্ধুজন।



গৃহে ভৈলা কোন উৎপাত।
সখী সব কহিয়ো আমাত॥
কৃষ্ণ যিবা কথাক[৩১] পুচন্ত।
গোপীগণে কিচো নমাতন্ত॥ ৫২

লাজে মুখ বসনে ঢাকিলা।
হেন দেখি মাধৱে মাতিলা॥
কিবা মোক স্নেহ আছে বৰ।
দেখিবে আসিলা নিৰন্তৰ॥ ৫৩

আমাক দেখিলা ইতো ভালে।
ফিৰি তোবা যায়োক সকলে॥
পতি পুত্ৰ আছে বাট চাই।
বিচাৰিবে গৃহত নাপাই॥ ৫৪

শুনি গোপী লাজ ভৈলা বৰ।
অধোমুখে নিদিলা উত্তৰ॥
পুনৰপি[৩২] মাতিলা মাধৱে।
জানো আসি আছা কামভাৱে॥ ৫৫

উপপতি আশা কৰি মোক।
জানো আসি আছা সখীলোক॥
ইতো কৰ্ম্ম অযুগুত বৰ।
লোকমন্দ বোলে নিৰন্তৰ॥ ৫৬

(৩১) যিবা কথাক=এক কথাক।
(৩২) পুনৰপি=পুনৰফিৰি।

অল্প সুখ ক্ষেণেকে চাবয়।
পবলোকে নবকে পবয়[৩৩] ॥
গুৰুজনে শুনি বোলে মন্দ।
তোবা স্বামীগণে কবে দ্বন্দ্ব ॥ ৫৭

ইহলোকে পবলোকে শোক।
জানি ক্ষমা কবা সখীলোক ॥
আপোনাব স্ব-স্বামীব ঠাই!
ইতো কাম শান্ত কবা যাই ॥ ৫৮

স্বামী যদি কুচিত কগীয়া।
নির্ধনী দবিদ্র আলসিয়া ॥
খোবা কোঙ্গা হাণ্ঠিতে নোৱাবি।
তাকো নেবিবেক নিজনাবী[৩৪] ॥ ৫৯

স্বামীক মানিবে বিষ্ণু কবি।
এহি ধর্ম্মে তুষ্ট হন্ত হবি ॥
তেবে ঘোব নবক এবাই।
দিব্য ৰূপে বৈকুণ্ঠক যাই ॥ ৬০

বিবচিল বাম-সবস্বতী
বামকৃষ্ণ ঘোষিয়ো সম্প্রতি।

---

(৩৩) নবকে পবয়=নবকক যায়।
(৩৪) তাকো......নাৰী=তথাপি নেৰিব নিজ নাৰী ॥

## পদ

এহি মতে কৃষ্ণে ধর্ম্ম বুঝাইলন্ত যত।
গোপীত কহিলা সব[৩৫] শাস্ত্রব সম্মত ॥
কৃষ্ণব মুখব কথা শুনি গোপী লোকে।
নৈবাশা দুখত পীড়িলেক আতি শোকে ॥ ৬১

লোতকব ছেদ নাই বসিলা মাটিত।
অধোমুখে চবণে লেখয় পৃথিৱীত ॥
কুচব[৩৬] কুঙ্কুম লোটে বহয় লোতক।
সবে গোপী আলচি বুলিলা মাধৱক[৩৭] ॥ ৬২

তোমাব চবণ সেৱা কৰিবাৰ আশে।
কোন ধর্ম্ম তেজিয়া আসিলোঁ তজু পাশে ॥
পতিসেবা ধর্ম্ম যত কহিলা আপোনি।
সেই ধর্ম্ম তোমাতে সিজোক চক্রপাণি ॥ ৬৩

আৰো গোপীগণে বোলে শুনা নাৰায়ণ।
পুণ্যবলে[৩৮] আপোনি আসিলোঁ দাসীগণ ॥
তুমি যদি নাবাখা আপোনি কহোঁ সাব।
ফিবি আমি নিজ ঘৰে নপশিব আৰ ॥ ৬৪

---

(৩৫) সৱ=বেদ।
(৩৬) কুচব=স্তনৰ।
(৩৭) সবে গোপী ......মাধৱক=সৱে হন্তে।
(৩৮) পুণ্যবলে=পুণ্যবিনা।

তোমাৰ চৰণ লগ্ন তুলসীক পাই।
খোপাত পিন্ধিয়া ফুৰিৰোহোঁ গুণ গাই॥
তোমাৰ চৰণ নিজ ভকতৰ ভাগ।
লক্ষ্মী যাক সেৱা[৩৯] কৰি নাপাৱন্ত লাগ॥ ৬৫

ব্রহ্মা হৰে নপান্ত মাগিয়া পদধূলি।
কেশ মেলি খোপাত ৰঞ্জিব[৪০] তুলি তুলি॥
এহি বোলি গোপীগণে কান্দিলা বিস্তৰ।
কটাক্ষে সঙ্কোচ মুখ দেখে মাধৱৰ॥ ৬৬

তাসম্বাক স্নেহে কৃষ্ণে বুলিলন্ত বাক।
পৰিহাস কৰিলোহোঁ নুবুঝিলা তাক॥
এহি বুলি বসন্ত প্রকাশে দিব্য বনে।
গোপিনী সহিতে হৰি পশিলা তেখনে॥ ৬৭

বসন্ত ৰাগৰ শুনা ইমত লক্ষণ।
প্রমত্ত পুৰুষ গোটা দেখিতে শোভন॥
ময়ুৰৰ পুচ্ছে চূড়া বান্ধি মনোহৰ।
পৰিধান বস্ত্র বৃক্ষপল্লৱ পত্রৰ॥ ৬৮

সুন্দৰ সুবেশ মূৰ্ত্তি গতি মনোৰম।
ইসব লক্ষণে ৰাগ বসন্ত উত্তম॥
বসন্তেৰ সমে ষড়ঋতুৰ আহ্লাদ।
যুবা বৃদ্ধগণৰ মনত উন্মাদ॥ ৬৯

(৩৯) সেৱা=আশা।
(৪০) ৰঞ্জিব=পিন্ধিবো।



বসন্তত কোকিলে সঘনে কাঢ়ে ৰাৱ।
যুৱতৰ বসন্তে নিচিনে বাপ মাৱ॥
নদীত বসন্ত লাগি জোৱাবিলা পানী।
মৎস্যত বসন্ত লাগি ধৰিলা উজানি॥ ৭০

সদাগৰে নাজানে নাৱৰ উজান ভাঠি।
বৃদ্ধত বসন্ত লাগি হাতে ধৰে লাঠি॥
মৈৰাত বসন্ত লাগি ধৰিলা পেখান।
যোগীত বসন্ত লাগি ভঙ্গ ভৈলা ধ্যান[৪১]॥ ৭১

ৰাধাত বসন্ত লাগি কৰে কৃষ্ণ ৰাৱ।
বসন্ত ৰাগৰ শুনা এমত প্রভাৱ॥
কৃষ্ণৰ গীতক জয়দেৱে নিগদতি।
ৰূপক তালৰ চেৱে নাচে পদ্মাৱতী॥ ৭২

নৃত্য আৰম্ভিলা কৃষ্ণে জয়তি সহিতে।
বিৰহীগণৰ প্ৰাণ মনোহৰ গীতে[৪২]॥
যিঠাই গায়ক ভৈলা ভ্ৰমৰাৰ গান।
পুষ্পমধু পানহেতু ব্যাকুল পৰাণ[৪৩]॥ ৭৩

বকুল পুষ্পৰ বন ঢাকি একাকাৰ।
নাচন্ত মাধৱে প্রিয় সাধি গোপিকাৰ॥

(৪১) অনুসন্ধান সমিতিৰ পুথিত পদ সংখ্যা ৬৮—৭১ নাই।
(৪২) বিৰহীগণৰ……গীতে=বিৰহীজনৰ প্ৰাণ মনক হৰন্তে।
(৪৩) পুষ্প মধু …. পৰাণ=পুষ্পমধু চুম্বন্তে যে আকুলিত মন।

যাৰ গীতে প্ৰবাসী জনৰ ভাৰ্য্যাচয় ।
মদনে পীড়িত হৈয়া ক্ৰন্দন কৰয় ॥ ৭৪

ফুলিছে পলাশ পুষ্প ফুলিছে মন্দাৰ ।
ফুলিছে বকুল মুকুলিছে আম্ৰ ঝাৰ ॥
ডাকিছে কোকিল কন্দৰ্পৰ বাণ প্ৰায় ।
যুৱতীৰ হিয়া যেন বিদাৰিয়া যায়[৪৪] ॥ ৭৫

কামদেব নৃপতি আপনি বিদ্যমান ।
যুৱতীৰ বন্ধহেতু জুৰিলন্ত বাণ ॥
চম্পক পুষ্পত পৰে ভ্ৰমৰা সকলে ।
পুৰুষ বসিছে যেন কামিনীৰ কোলে ॥ ৭৬

কামিনীৰ কামভাৱ দেখি নিৰন্তৰ ।
যেন লাজে অধোমুখ সজ্জন লোকৰ ॥
লাজে অধোমুখ ভৈলা মহাজন প্ৰায় ।
কামভাৱে কামিনীৰ জৰ্জ্জৰিত কায়[৪৫] ॥ ৭৭
সহজে ফুলিলে পুষ্প পৰে হালি হালি ।
তাহাকে বসন্ত বোলে সমস্ত গোৱালী ॥

---

(৪৪) ডাকিছে কোকিল···বিদাৰিয়া যায়=
ফুলিছে পলাশ কন্দৰ্পৰ নখপ্ৰায় ।
যুৱতীৰ হৃদয় বিদাৰে তাক চায় ॥

(৪৫) লাজে অধোমুখ······জৰ্জ্জৰিত কায়=
সেহিভাৱে বসন্ত সকলে লোক চাই ।
লাজে অধোমুখ ভৈলা মহাজনপ্ৰায় ॥



কেতকী পুষ্পই যেন হুই কামশৰ ।
বিদাৰিলা হিয়া যেন বিৰহীজনৰ ॥ ৭৮
মাধবী মল্লিকা গন্ধে মণ্ডিত[৪৬] হৃদয় ।
মুনিগণ মোহ যায় নাৰীক স্মৰয় ॥
লতা ভৈলা নাৰী বৃক্ষ পুৰুষৰ সঙ্গে ।
ধ্যান এৰি মুনিসকলৰ মন ভঙ্গে ॥ ৭৯

যেন কামাতুৰ নাৰী পুৰুষেৰ কোলে ।
লতা সবে বৃক্ষক ধৰিছে কামভোলে ॥
বৃক্ষৰ সঙ্গমে যেন লতাসব সুখী ।
কৃষ্ণৰ সঙ্গমে ধন্য নাৰী চন্দ্ৰমুখী[৪৭] ॥ ৮০

এহেন প্ৰকাৰে মধু উৎসব বনৰ[৪৮] ।
সেই বেলা ৰাসক্ৰীড়া গোপী মাধৱৰ ॥
অনেক সতিনী দেখি মাধৱৰ ঠায় ।
সখী সমে অন্তৰিয়া গৈলা ৰাধা ৰায় ॥ ৮১
ৰোষ কৰি নিকুঞ্জ বনৰ আঁৰ ভৈলা ।
সখীক সম্বোধি কথা কহিবাক লৈলা ॥

---

(৪৬) মণ্ডিত=খণ্ডিত ।

(৪৬) বৃক্ষৰ সঙ্গমে······চন্দ্ৰমুখী=
লতাৰ সঙ্গমে বৃক্ষগণ হেন সুখী ।
পুৰুষ মণ্ডলী নাৰী ধন্য চন্দ্ৰমুখী ॥

(৪৮) এহেন প্ৰকাৰে······বনৰ=
অনেক প্ৰকাৰে হেন উছৱ বনৰ ।

জয়দেৱে গাৱে গীত মধ্যমান ধৰি[৪৯]।
ৰাগৰ মালিতা শুনিয়োক ৰামগিৰি ॥ ৮২
নিতম্বিনী দিব্য কন্যা সোণাৰ বৰণ।
পৰিধান অলঙ্কাৰ দেৱাঙ্গ বসন ॥
নীলবস্ত্রে পিন্ধি আতি প্রকাশে সুন্দৰী।
স্বামী যাচিবাক যাইলা চৰণত ধৰি ॥ ৮৩
যৌৱনৰ ভৰে কন্যা কাকো নেদেখয়।
মোৰ স্বামী হুইবে কোন পুৰুষ আচয় ॥
ৰূপৰ দৰ্পত কন্যা নাচাৱয় ফিৰি।
ইসব লক্ষণে ৰাগ বোলি ৰামগিৰি[৫০] ॥ ৮৪
কৃষ্ণৰ বিৰহে ৰাধিকাৰ বৰ দুঃখ।
ৰত্নাৱলী সখীক বুলিলা চাহি মুখ ॥
ৰত্নাৱলী বোলে সখী নকৰিবা ৰোষ।
কৃষ্ণক চাহন্তে[৫১] সতিনীত নাই দোষ ॥ ৮৫
ব্রহ্মাদিৰো দুৰ্ল্লভ ইহেন দেহা পায়।
কৃষ্ণৰ ৰূপত ত্রিভুবন মোহ যায় ॥
ইহেন শৰীৰ পায় হুয়োক সন্তোষ।
দূৰতে তেজিয়ে সখী সতিনীৰ দোষ ॥ ৮৬
দূৰ্ব্বাদল শ্যাম তনু চন্দনে লেপিত।
পীতবস্ত্র বনমালা আপাদ লম্বিত ॥

(৪৯) গীত মধ্যমান=প্রতিমান তাল।
(৫০) পদ সংখ্যা ৮৩—৮৪ সমিতিৰ পুথিত নাই।
(৫১) চাহন্তে=ভজন্তে।



ক্রীড়াত চলন্তে লৰে দিব্য মণিগণ।
মকৰ কুণ্ডল গণ্ডস্থলে বিতোপন ॥ ৮৭
মনক হৰন্ত গোপবধূ সমস্তৰ।
মুখত প্রকাশে আতি হাসি মনোহৰ ॥
দেখা তাসম্বাক সতিনীৰ ৰিষা এৰি।
পঞ্চম উৎসাহে[৫২] গাৱে মাধৱক বেৰি ॥ ৮৮
পুষ্পতলে ৰহে অতি নৃত্যত ভাগৰি।
আলিঙ্গিয়া কৃষ্ণক জিবাৱে কণ্ঠে ধৰি ॥
মদনে পীড়িত কতো বাতুল আকাৰ[৫৩]।
আগবাঢ়ি যাচি মাঙ্গে ষোড়শ শৃঙ্গাৰ ॥ ৮৯
দেখা দেখা হেৰ সখী কতো গোপিনীৰ।
কৃষ্ণ মুখ চুম্বিতে নয়নে বহে নীৰ ॥
কামভাৱে ভজন্ত মাধৱে কতো নাৰী[৫৪]।
জন্মে জন্মে হইবো প্রভো তোমাৰ কিঙ্কৰী ॥ ৯০
কতো গোপী মাধৱক নমিবাক চলে।
চৰণত স্তন দিয়া মহাকাম ভোলে ॥
দেখা যমুনাৰ-কুঞ্জে মনোহৰ বনে।
কৃষ্ণৰ বস্ত্রক কাঢ়ি লৈলা গোপীগণে ॥ ৯১

(৫২) উৎসাহে=উচ্ছায়া।
(৫৩) মদনে পীড়িত……আকাৰ=
কৃষ্ণৰ কামত আতি বাতুল আকাৰ।
(৫৪) কামভাৱে…… নাৰী=
কামভাৱে ভজন্তে যে বোলে কতো নাৰী।

পীতৱস্ত্র কৃষ্ণৰ পিন্ধিলা গোপী কাঢ়ি।
আপোনাৰ নীলবস্ত্রে কৃষ্ণক আবৰি॥
কৃষ্ণৰ বংশীক কাঢ়ি বাইবে লৈলা তাৰা।
খোপা গোট কৃষ্ণৰ বান্ধিলা মেলি চূড়া॥ ৯২

আপুনি পুৰুষ কাচ লৈলা গোপীগণে।
নাৰীবেশে মাধৱক কচাৱে যতনে॥
কতো বংশী বাৱে কতো চাপৰি বজাৱে।
চাপৰিৰ চেৱে চেৱে নাচন্ত মাধৱে[৫৫] ॥ ৯৩

ইটে সিটে গোপী সৱে কহে চকুঠাৰি।
নাৰীৰ দুখক কিছো নাজানে মুৰাৰি॥
নাৰী হুয়া নাচি কৃষ্ণে তাৰ ফল পাওক।
মাতিবে খুজন্তে নামাতিবা গোপীঝাঁক॥ ৯৪

এহি বুলি তেসম্বেও মনে সাৰ কৰি।
গোপীগণে আলঙ্গিবে খোজন্তে মুৰাৰি॥
কৃষ্ণবেশে গোপীগণে নচাৱন্ত মুখ।
বিৰহিনী-জনৰ জানিবে তেবে দুখ॥ ৯৫

তাসম্বাৰ পৰিহাস জানিলন্ত হৰি।
পুৰুষ ভৈলন্ত কৃষ্ণ নাৰীবেশ এৰি॥
দেখি গোপীগণে আতি মৱে কাম ভোলে।
আলিঙ্গি চুম্বিয়া কাকো বৈসালন্ত কোলে॥ ৯৬

---

(৫৫) কতো বংশী……নাচন্ত মাধৱে=
কতো বংশী বাৱে কতো চাপৰিৰ ঝাক।
নাচন্ত মাধৱে হাসি মধ্যে গোপী জাক॥



আক জানি সখি! তুমি পৰিহৰ মান।
সেই ভাৱে ভজা তুমি মাধৱৰ থান॥
ভাগ্যৱতী ৰাধা আপোনাৰ মান্য চায়[৫৬]।
যাচিয়া নগৈলা প্রভু মাধৱৰ ঠায়॥ ৯৭

এক তালি তালে গাৱে জয়দেৱে গীত।
গান্ধাৰ ৰাগৰ কথা শুনা মনোনীত॥
মহন্ত পুৰুষ গোট শ্যামবর্ণ কায়।
ৰত্নৰ কিৰীটি অলঙ্কাৰ সীমা নাই॥ ৯৮

চতুৰ্দ্দিকে চামৰ ঢুলায় চাৰি কন্যা।
সুকোমল তৰুণী ৰূপত অতি ধন্যা॥
সুবর্ণৰ কান্তি সম দেহেৰ উপমা।
চাৰিদিকে স্বামীক সেৱয় চাৰি ৰামা॥ ৯৯

চাৰিও কন্যাৰ নাম শুনা মন কৰি।
কৌস সৌৰী আকাশী আৱৰ যে মঞ্জৰী॥
চাৰিও কন্যাত প্রীতি কৰা মহাবল।
যাহাক গাৱন্ত সদা গন্ধৰ্ব্ব সকল[৫৭] ॥ ১০০

সভাত প্রবেশ হুই পিন্ধি হেমহাৰ।
এতেক লক্ষণে ৰাগ বোলয় গান্ধাৰ॥
পৰম বিকলে ৰাধা কৃষ্ণৰ বিৰহে।
সখীৰ আগত বিৰহৰ কথা কহে॥ ১০১

---

(৫৬) চায়=পায়।
(৫৭) পদ ৯৯—১০১ সমিতিৰ পুথিত নাই।

ইমত কটাক্ষ হাঁসি কৰে লয়লাস।
মনত স্মৰে মাধৱৰ পৰিহাস॥
মোহন ৰংশীক বান্ত অধৰ অমৃত।
মোৰ নাম ধৰি মোহিলাহা মোৰ চিত[৫৮] ॥ ১০২

চূড়াত ময়ূৰ পুচ্ছ চন্দ্ৰ চাৰু শোভা।
মুখ জ্বলে ৰমণী চুম্বন মনোলোভা॥
বন্ধুলীৰ পাসী যেন বাতুল অধৰ।
চৰণত প্ৰকাশে নেপুৰ স্বৰ্বৰ[৫৯] ॥ ১০৩

ৰোমাঞ্চিত বাহু মেলি কামভাৰে আতি।
সাৰটিছে মাধৱক সহস্ৰ যুৱতী॥
তৰুণী ৰমণী গোপিনীৰ স্তনভাৰ।
নিৰ্দ্দয় কৃষ্ণৰ হৃদে যেন বজ্ৰসাৰ॥ ১০৪

তাতে লাগি মৰ্দ্দিত মালতি মালাচয়।
ক্ৰীড়া দেখি সুৰাসুৰ গণৰ বিস্ময়[৬০] ॥
বল্লাৱলী সখীক বোলন্ত ৰাধাবায়।
মাধৱৰ বিৰহে ক্ষণেকে প্ৰাণ যায়॥ ১০৫

যদ্যপি জীয়াবা সখি কহোঁ মিষ্টবাণী।
প্ৰতিক্ষণে ইঠাৰে কৃষ্ণক দিয়া আনি॥

---

(৫৮) মোৰ নাম ধৰি ·····চিত=
নাম ধৰি ধৰিয়া হৰন্ত মোৰ চিত।
(৫৯) নেপুৰ স্বৰ্বৰ=অনেক মণিবৰ।
(৬০) ক্ৰীড়া দেখি······বিস্ময়=পীতবস্ত্ৰধান সুৰাসুৰ ৰবিজয়।



কৃষ্ণৰ অধৰ যেন মধুৰ বাহন[৬১]।
তাক দেখি স্বতন্ত্ৰে[৬২] পীৱয় গোপীগণ॥ ১০৬

সিকাৰণে কহোঁ সখী মাধৱক আন।
ইঠাৰতে অকলে কৰোহোঁ মধু পান॥
মাল্লৱ ৰাগৰ একতালী তাল বায়।
ৰাগৰ লক্ষণ শুনা জয়দেৱে গায়॥ ১০৭

নিতম্বিনী সুস্বৰে মালিতা যেবে গাইলা।
সমস্ত ৰাগৰ যে মাল্লৱ ৰাজা ভৈলা॥
উপজিল ৰাগগোট বেলা অৱসানে।
উপজিল ৰাগগোট বত্ৰিশ লক্ষণে॥ ১০৮

উপজিলে ৰাগ বাৰে বাদ্যভণ্ড।
ব্যালিশ যে ৰাগে ধৰিলেক ছত্ৰদণ্ড॥
মাল্লৱ ৰাগ ৰাজাৰ মালসী পটেশ্বৰী।
পাত্ৰ দেমাগ ভৈলা কুমাৰ ধনশ্ৰী॥ ১০৯

দ্বাৰী ভৈলা বেলিৰাগ কটোৱাল শ্যাম।
চূতধৰ কল্যাণ যে ৰাগ অনুপাম॥
চতুৰ্ভিতি চামৰ ঢোলায় চাৰি ৰাগে।
সিংহাসনে বসিয়া প্ৰকাশে মহাভাগে॥ ১১০

হুঙ্কাৰতে সমস্ত ৰাগৰ সেৱা লয়।
দেবাসুৰে সৰে যাক অবিশ্ৰামে গায়॥

---

(৬১) কৃষ্ণৰ অধৰ······বাহন=কৃষ্ণৰ অধৰ মধু ৰাধাৰ জীৱন।
(৬২) স্বতন্ত্ৰে=স্বচ্ছন্দে।

কৈৰ পৰা ৰাগ গোট কৈতলৰে ঠায়।
শুনিয়ো ৰাগৰ কোন কোন বাপমায়॥ ১১১

কৈবৰ্তী ৰাগৰ ভৈলা কন্যা কেইজন।
কহো শুনিয়োক ৰাগ যতেক লক্ষণ॥
শূন্যতে জনমে ৰাগ শূন্যতে লয় যায়।
হুঙ্কাৰে ভৈলেক গুৰু ঋ ঋ বাপ মায়॥ ১১২

সপ্তবৰ্গ ৰাগ কন্যা চয় চয় জন।
কহিলো ৰাগৰ জানা ব্যাল্লিশ লক্ষণ॥
সমস্ত লক্ষণচয় যে মাল্লৰত বৈলা।
সমস্ত ৰাগৰ যে মাল্লৰ ৰাজা ভৈলা[৬৩]॥ ১১৩

মাল্লৰ ৰাগত তাল একতালি গাই।
ৰাধিকা কহন্ত নিজ সখীক বুঝাই॥
চলা সখী সত্বৰে কৃষ্ণক আনিবাক।
বিচাৰিবা যি থানত আছে গোপীঝাঁক॥ ১১৪

ৰতিভৰে গোপী সমে হাঁসন্ত মুৰাৰি।
পিন্ধি আছে গোপিনীৰ অলঙ্কাৰ কাঢ়ি॥
সেই মোৰ প্ৰাণপতি আনি দিয়া তাঁক।
মাধৱ আনিলা সখী জীয়াইলা আমাক[৬৪]॥ ১১৫

(৬৩) ১০৭ নং পদৰ পৰা ১১৩ নং পদলৈকে সমিতিৰ
পুথিত নাই।

(৬৪) মাধৱ আসিলা······আমাক=
মাধৱক আনি সখি জীয়ায়ো আমাক।



কেশিনিসূদন প্ৰভু উদাৰ চৰিত্ৰ।
সবাতো অধিক পুণ্য[৬৫] মোৰ মহামিত্ৰ॥
যাতো পৰমাৰ্থ নিৰাকাৰ নাৰায়ণে।
তথাপিতো কামাতুৰ মোক কৃপা গুণে[৬৬]॥ ১১৬

অৱশ্যে আসিবে কৃষ্ণ মোৰ কথা শুনি।
উদাৰ কৃষ্ণৰ গুণ দেখিবা আপোনি॥
আঠ ঠাই ক্ৰীড়া কৰে কামিনী সমস্ত।
শুনিয়োক তাহাৰ নিৰ্ণয় যত যত॥ ১১৭

ক্ষেত্ৰভূমি বাড়ী আৰু ভগ্ন দেৱগেহ।
নিৰ্জ্জন ঘৰ আৰু অৰণ্য বিশেষ॥
নিজ থানে নদীতীৰে জলত নমায়।
বেশ্যাগণ ক্ৰীড়িবাক এই আঠ ঠায়[৬৭]॥ ১১৮

আসি পুনু আছো দেখা নিকুঞ্জ মন্দিৰে।
যাক বিমানত দেৱগণে স্তুতি কৰে॥

(৬৫) পুণ্য=তভো।

(৬৬) যাতো······গুণে=
যদি পৰামোক্ষ নিৰাকাৰ খগকেতু।
তথাপিতো কামাতুৰ মোক কৃপাহেতু॥

(৬৭) ক্ষেত্ৰভূমি······আঠ ঠাই=
ক্ষেত্ৰভূমি পুষ্পবাৰী স্বকীয় যে গেহ।
দূতীগৃহ অৰণ্যত কামিনী নিশেষ॥
স্বস্থানে থাকয় নুহি নদীতীৰ ঠাই।
বেশ্যাগণে ক্ৰীড়া কৰিবাৰ আঠ ঠাই॥

আক জানি কৃষ্ণক সত্বৰে মাতি আন।
মাধৱক দেখিলে জুৰাইবে মোৰ প্ৰাণ ॥ ১১৯

শুতিয়া থাকিবো মই নিকুঞ্জ মন্দিৰে।
এথা আসি মাধৱ বসিব ধীৰে ধীৰে ॥
প্ৰথম সংগ্ৰামে মই লজ্জিত স্বভাৱে।
বস্ত্ৰে কুচ উৰুক ঢাকিবো সৰ্ব্বগাৱে ॥ ১২০

পটু চাটু বচনে পণ্ডিত বনমালী।
যাচি আসি আপোনি ধৰিব আঙ্কোৱালি ॥
কিশলয় শয্যাত থাকিবো মই শুতি।
সাৱটিয়া অধৰ চুম্বিব যদুপতি ॥ ১২১

আমি ভয় লাজে আতি চিপিবো নয়ন।
মনত আকুল কামে[৬৮] ঘামিব বদন ॥
মোৰ চিত্ত জানি কৃষ্ণে আলিঙ্গিবে ধৰি।
বিৰহৰ দুঃখ বাণ বাঢ়ি লৈব হৰি ॥ ১২২

ষোড়শ শৃঙ্গাৰ বিচাৰিবো নাৰায়ণে।
আপোনি দেখাই বহু বুঝি থানে থানে ॥
ষোড়শ অধিক দেখাইবো তিনি কলা।
ৰতিত জিনিয়া কাঢ়ি লৈবো বনমালা ॥ ১২৩

কোকিল আকুল বাৱ চিত্ত বিয়াকুল।
খসিবেক খোপাৰ মালতী যূতী ফুল ॥

(৬৮) কামে=আতি।



ভাগৱত কৃষ্ণৰ ৰতিত মই ক্ষমা।
পাছে দৰ্শাইবো মই আপোন মহিমা ॥ ১২৪

কাম শাস্ত্ৰ বিচাৰিয়া জানিছো লক্ষণ।
কামিনী ৰমন্তে ভাগৰিলা যিটোজন ॥
কামিনী ক্ৰীড়িবে তাক পুৰুষ আকাৰে।
হেন কহে শুনা[৭০] ৰতিশাস্ত্ৰ ব্যৱহাৰে ॥ ১২৫

মাধৱৰ বক্ষঃস্থলে কৰিবো অপাৰ।
হৃদয়ত ঘষিবো নুতন স্তনভাৰ[৭১] ॥
কৃষ্ণে মোৰ কেশত ধৰিবে টানি টানি।
অলেখ চুম্বন দান দিবন্ত আপোনি ॥ ১২৬

মলয়া পৱন শুনি ভৃঙ্গাৰীৰ ৰাৱ।
ময়ূৰৰ নাদত বিৰহে পুৰে গাৱ ॥
আকে জানি সত্বৰে কৃষ্ণক মাতি আন।
মাধৱক পাইলেসে জুৰাই মোৰ প্ৰাণ ॥ ১২৭

(৬৯) কোকিল আকুল······মহিমা=
কোকিলৰ গলাৰাৱ চিত বিয়াকুল।
খসিবেক খোপাৰ মালতি যত ফুল ॥
পাছে দৰ্শাইবো মঞি আপুন মহিমা।
ভাগৱত কৃষ্ণৰ ৰতিক নাই ক্ষেমা ॥

(৭০) শুনা=কেলী।

(৭১) হৃদয়ত······স্তনভাৰ=
হৃদয়ৰ শিহঁৰে যৌৱন কুচভাৰ ॥

ৰাধাক সম্বোধি মাতিলেক ৰত্নাৱলী।
থাকিয়োক মন সুখে নহৈবা বিকলী॥
আমিসৱে থাকন্তে তোমাৰ হেন দুখ।
আজি পাইলে মাধৱক নাচাহিবো মুখ[৭২] ॥ ১২৮

এহি বুলি ৰাধাক নামিয়া ৰত্নাৱলী।
চলি গৈলা মাধৱৰ সমীপক বোলি॥
শুনিয়োক আত অনন্তৰে কৃষ্ণ কথা।
গোপীগণ সনে মাধৱৰ ক্রীড়া যথা॥ ১২৯

ৰাধাক নেদেখি কৃষ্ণে গোপীগণ মাঝে।
পৰম বিৰহ মন ভৈলা যদুৰাজে॥
হৃদয়ত পাইলা ৰাধিকাৰ প্রেম জৰি।
মাধৱৰ পাৱত বান্ধিছে দৃঢ় কৰি॥ ১৩০

ৰাধিকাক নেদেখিয়া মাধৱ মুৰাৰি।
সেহি থানে এৰিলা যতেক গোপ নাৰী॥
অন্তৰিছে জানিছো ৰাধিকা ৰোষ কৰি।
মন দুখে কৃষ্ণে তাকে ফুৰন্ত বিচাৰি[৭৩] ॥ ১৩১

প্রতি মধ্যমান চেৱে নাচে পদ্মাৱতী।
গুঞ্জৰী ৰাগক জয়দেৱে নিগদতি॥

(৭২) ১২৭ নং পদ সমিতিৰ পুথিত নাই।
(৭৩) অন্তৰিছে······ফুৰন্ত বিচাৰি=
অন্তৰিছে জানিলো ৰাধিকা ৰোষ ভাৱে।
মহাদুখে কৃষ্ণে বিচাৰিলা ঠাৱে ঠাৱে॥



যৈসানি ৰামৰ সেনা বধিলা ৰাৱণি।
হনুমন্ত গৈলা আনিবাক সঞ্জীবনী॥ ১৩২

গন্ধমার্দ্দনত বীৰে প্রবেশিল যায়।
তিনকোটী গন্ধর্ব্বক পাইলা সেহি ঠায়॥
ধর্ম্মে সে সহায় হনুমন্ত এক গোটি।
হেলাৰূপে মাৰিল গন্ধর্ব্ব তিন কোটি॥ ১৩৩

আঠাইশ দিনে বীৰে গন্ধর্ব্বক মাৰি।
সাগৰ মাতিল লৰাইলেক মেৰু গিৰি॥
আকাশৰ পৰা দেৱে পুষ্প বৰষিল।
সেই আৰ্ত্তৰাৱতে গুঞ্জৰী ৰাগ ভৈল[৭৪] ॥ ১৩৪

ৰাধিকাক বিচাৰি নাপাইলা নাৰায়ণে।
বিৰহত বিকল ভৈলন্ত কামবাণে॥
মনদুখে মাধৱে বোলন্ত হৰি হৰি।
মোৰ অনাদৰে ৰাধা গৈলা ৰোষ কৰি॥ ১৩৫

ব্রজবধূগণ সমে দেখি আতি শোকে।
জানিলোঁ ৰাধিকা ৰোষ কৰি গৈলা মোকে[৭৫] ॥
মোৰ কেনে দোষ মই নাৰাখিলো যাচি।
ৰাধিকাৰ বিৰহে প্রাণ নৰহয় আজি॥ ১৩৬
কিবা ধন জন চাৰ জীৱন আমাৰ।
ৰাধা বিনা দেখোঁ মই দিনেতে আন্ধাৰ॥

(৭৪) ১৩১—১৩৩ নং পদ সমিতিৰ পুথিত নাই।
(৭৫) জানিলো······মোকে=হৃদয় বিদাৰ কৰে কাম শৰে মোকে

যাক যাক চিন্তি মই মনত নিৰিখোঁ।
ধিয়ানত ৰাধাৰ কমল মুখ দেখোঁ॥ ১৩৭
হেন প্ৰাণেশ্বৰী ৰায়[৭৬] ষাবো কোন ঠায়।
আনন্দে ক্ৰীড়িলো চন্দ্ৰাৱলী ৰাত্ৰি পায়॥
ৰাধা বিনে বন মাজে বৃথা কৰো শোক।
কলৈ গৈলা প্ৰাণেশ্বৰী আশ্বাসিয়ো মোক॥ ১৩৮
ধ্যান কৰি ৰাধিকাক হৃদয়ত পাই।
কৰযোৰ কৰিয়া মাতন্ত যদুৰাই॥
এনে দোষ নাধৰিবা আউৰ বাৰম্বাৰ[৭৭]।
প্ৰাণেশ্বৰী ৰাধা দোষ ক্ষেমিবা আমাৰ॥ ১৩৯
মোৰ খঙ্গে ক্ষীণ ভৈলা ধৰিলাহা দোষ।
চৰণত ধৰি কহো নকৰিবা ৰোষ॥
ৰাধিকাৰ বিৰহে কৃষ্ণৰ দহে তনু[৭৮]।
কামদেৱ ছিদ্ৰ পাই তুলি লৈলা ধনু॥ ১৪০
ৰতিপতি মনে মনে কৰিলা টঙ্কাৰ।
এহি কৃষ্ণে দেৱক জিনিছো বাৰম্বাৰ[৭৯]॥

(৭৬) ৰায়=মঞি।
(৭৭) এনে দোষ……বাৰম্বাৰ=
হেন দোষ আৰ নকৰিবো বাৰম্বাৰ।
(৭৮) দহে তনু=মহামন্যু।
(৭৯) ৰতিপতি……বাৰম্বাৰ=
কামদেৱ মনে মনে তুলিলন্ত হাস।
এহি কৃষ্ণদেৱক কৰিছোঁ পৰিহাস॥



আজি দেখো কি কৰন্ত পৰি মোৰ হাতে।
এহি বুলি ধনুৰ্ব্বাণ ধৰি আথে বেথে॥ ১৪১
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ[৮০] যিতো শৰে বশ্য।
ত্ৰিভুবন জিনিয়াছোঁ গন্ধৰ্ব্ব মনুষ্য॥
সেই শৰ কৃষ্ণক জুৰিলা লক্ষ্য কৰি।
চৰাচৰ কম্পিলা লৰিলা হেমগিৰি॥ ১৪২
মাধৱে গুণন্ত মোক শৰ মাৰে ধৰি।
সপোনত নোহিকে ইহাৰ মই বৈৰী[৮১]॥
মহাদেৱ বৈৰী তাৰ উপৰি জন্মৰ।
অকাৰণে শিৱ বুলি মাৰে মোক শৰ॥ ১৪৩
পৰম দুখত অকাৰণে দুখ পাওঁ।
চিনা দিয়া কামদেৱ দুৰ্গত এৰাও॥
হেৰা কামদেৱ মোক নকৰিয়া শৰ।
নোহো তজু বৈৰী মই উপৰি জন্মৰ॥ ১৪৪
মলয়া চন্দন শুক্ল শৰীৰ আমাৰ।
ভস্ম বুলি আত তুমি নকৰিবা শৰ॥

(৮০) মহেশ্বৰ=পুৰন্দৰ।
(৮১) মাধৱে গুণন্ত……বৈৰী=
কৃষ্ণ দেখিলন্ত এহি পৰম অন্যায়।
ৰাধিকাৰ বিৰহে সহজে প্ৰাণ যায়।
আৰো কামদেৱ শৰ তুলি আছে ধৰি।
সপোনত নুহিকো ইহাৰ প্ৰাণ বৈৰী॥

মৃণাল সদৃশ[৮২] হাৰ গলে আছোঁ ধৰি।
সৰ্পমালা বুলি নামাৰিবা টান কৰি ॥ ১৪৫
কণ্ঠে পিন্ধি আছোঁ নীল পল্লব পত্ৰৰ।
কালকূট বুলি আত নাহানিবা শৰ ॥
নানা বৰ্ণ ভৈলা মোৰ কস্তুৰী কুঙ্কুম।
চিত্ৰপট্ট জানিবা মুহিকে বাঘ চাম[৮৩] ॥ ১৪৬
মুহিকে ভাঙ্গুৰা তথাপিতো হেন কথা।
ৰাধাৰ বিৰহে মোৰ হেনয় অৱস্থা ॥
তজু প্ৰাণ বৈৰী যিতো গৌৰীপতি হৰ।
অকাৰণে মোক প্ৰতি নকৰিবা শৰ ॥ ১৪৭
এহি বুলি পৰিচয় দিলা নাৰায়ণ।
কামদেৱ তথাপিতো নেৰিলন্ত বাণ ॥
হেন দেখি মনত গুণন্ত দামোদৰে।
আপদত পৰিলে দুৰ্জ্জনে হেন কৰে[৮৪] ॥ ১৪৮
দুৰ্জ্জনক বড় কৰি তৰিবে দুৰ্গতি।
হেন জানা ন্যায় পথ শাস্ত্ৰৰ সম্মতি ॥

---

(৮২) সদৃশ=লতাৰ।
(৮৩) নানা বৰ্ণ……চাম=
চিত্ৰবৰ্ণ ভৈলা লাগি কস্তৰি কুঙ্কুম।
পীতবস্ত্ৰ চিনিবা মুহিকে ব্যাঘ্ৰচৰ্ম্ম ॥
(৮৪) হেন দেখি…… কৰে=
বিপদত পৰিলে দুৰ্জ্জনে হেন কৰে।
দুৰ্জ্জনক লাটু চাটু কৰোহো কাতৰে ॥



এহি বুলি স্থিৰ কৰি আপোনৰ মন।
কামক সম্বোধি চাৰু বুলিলা বচন[৮৫] ॥ ১৪৯
শুনা কামদেৱ তুমি নকৰা সন্ধান।
বচনেক বোলো তাৰ শুনিয়ো নিদান ॥
জগতৰ পতি তুমি অদ্‌ভুত বৰ।
ইঙ্গিতে জিনিছা তুমি যত চৰাচৰ ॥ ১৫০
সুৰতে মোহিত সবে বিক্ৰমে তোমাৰ।
মৰাক মাৰিলে কত ফল আছে তাৰ[৮৬] ॥
আমাক মাৰিলে যশ পাইৱা কত মান।
নাটানিবা ধনু নামাৰিবা পুষ্পবাণ ॥ ১৫১
তথাপিতো কামদেৱ শৰ মাৰে দেখি।
ক্ৰোধে বাক্য বুলিলন্ত কটাক্ষে নিৰখি ॥
শুনা কামদেৱ তোক কিচো নাই ডৰ।
কি কৰিবে পাৰস পুষ্পৰ ধনু-শৰ ॥ ১৫২
হৃদয়ত লাগি ৰাধিকাৰ দৃষ্টিবাণ।
সকল শৰীৰ পোৰে হয় খান খান ॥

---

(৮৫) এহি বুলি……বচন=
এহি বুলি মনথিৰ কৰি আপোনাক।
কামক সম্বুধি মৃদু বুলিলন্ত বাক ॥
(৮৬) সুৰতে……তাৰ=
স্বভাবে মূৰ্চ্ছিত যত বিক্ৰমে তোমাৰ।
মৰাক মাৰিলে কোন ফল আছে তাৰ ॥

1597

যিতো সহিলেক ৰাধিকাৰ দৃষ্টি শৰ।
তাত কৰি তোৰ বাণ কত মান বৰ॥ ১৫৩

এহি বুলি মাধৱে কৰন্ত শোক[৮৭] যথা।
ৰাধিকাৰ দূত আসি মিলিলেক তথা॥
গলত পিন্ধিয়া পুষ্প মালতিৰ হাৰ।
মাধৱৰ পাৱত কৰিলা নমস্কাৰ॥ ১৫৪

মাধৱে দেখন্ত ৰাধিকাৰ প্ৰাণ সখী।
বাৰ্ত্তা পুচিলন্ত কৃষ্ণে সলোতক আখি[৮৮]॥
কহিয়োক ৰত্নাৱলী শুনু একে মনে।
প্ৰাণ প্ৰিয়া ৰাধিকা আছন্ত কোন বনে॥ ১৫৫

হেন শুনি ৰত্নাৱলী দিলন্ত উত্তৰ।
ৰাধিকাক তুমি সুখী কৰি আছা বৰ॥
তুমি যেন কৰি আছা শক্ৰকো নকৰি[৮৯]।
তজু আশা কৰিয়া জীৱন্তে আছে মৰি॥ ১৫৬

তুমি যেন নিদাৰুণ জগততে সাৰ।
ই দোষ তোমাৰ নাই ঘাটি ৰাধিকাৰ॥
মিছাতেসে মৰে সখী কৰি অসন্তোষ।
মনে গুণি চাহিলে ৰাধাৰ নাই দোষ[৯০]॥ ১৫৭

(৮৭) শোক=দুখ।
(৮৮) সলোতকআখি=সলোতকমুখী।
(৮৯) শক্ৰকো নকৰি–সৰ্ব্বকাল ধৰি।
(৯০) ১৫৭ নং পদ সমিতিৰ পুথিত নাই।



স্ত্ৰীজাতি অল্পমতি যগুপি নাগৰ।
স্বভাৱত ব্যাঘ্ৰমুখ দেখি হৰিণৰ॥
মুখ দেখি হৰিণ সকলে মোহ যাই।
বাঘৰ আকাৰ গাৱে ধৰি ধৰি খাই॥ ১৫৮

মাধৱে বোলন্ত শুনিয়োক ৰত্নাৱলী।
কোন স্বৰ্গ পাইবি তই মৰাক মাৰিলি॥
এক তাল চেৱে চেৱে নাচে পদ্মাৱতী।
কৰ্ণাট ৰাগত জয়দেৱে নিগদতি॥ ১৫৯

নীল বৰ্ণ পুৰুষৰ মন্দিৰা হাতত।
চাৰু হস্তিদন্তজলে দক্ষিণ কৰ্ণত[৯১]॥
স্তুতি কৰে দেৱতা অসুৰগণে মিলি।
ই সব লক্ষণে কৰ্ণাট ৰাগ বুলি॥ ১৬০

ৰত্নাবলী কৃষ্ণত ৰাধাৰ কথা কহে।
পৰম বিকল ৰাধা তোমাৰ বিৰহে॥
বিৰহত গাৰ পোৰে নজানয় তাক।
বতাসক ভৰ্চ্ছিয়া নিন্দিয়া বোলে বাক[৯২]॥ ১৬১

মলয়া চন্দন বনে সৰ্পৰ নিলয়।
তাহাতে লাগিয়া ইটো ৰাতাস আসয়॥

(৯১) চাৰি……কৰ্ণত=
চাৰু হস্তীদন্তপত্ৰ দক্ষিণ কৰ্ণত।
(৯২) বতাসক……বাক=
বতাসক নিন্দিয়া বোলন্ত নিন্দাবাক।

সৰ্প বিষ বহ্নি বায়ু উৰুয়াই আনে।
সেই জুয়ে গাৱ পোৰে নথকায় জ্ঞানে॥ ১৬২

শীতল চন্দনে পুনু গাৱ নুজুৰায়।
চন্দ্ৰ ৰশ্মি লাগি কিবা পোৰে সৰ্ব্বকায়॥
সেই বেলা কামদেৱে জুৰিলেক শৰ।
দেখি ৰাধা দেবীয়ো[৯৩] আকুল ভৈলা বৰ॥ ১৬৩

নাৰীক পুৰুষ মাৰে এহি আতি শোক।
কোন থানে পশিবো ৰাখিবে কোনে মোক॥
এহি বুলি তোমাক ৰাধা হৃদয়ত পাই।
মদন শৰক ভয়ে[৯৪] থাকন্ত লুকাই॥ ১৬৪

কামদেৱে যত শৰ মাৰে ঝাকে ঝাক।
তোমাৰ শৰীৰে পৰি নপাৱে ৰাধাক॥
যত শৰ তোমাৰ পৰিছে ঠায়ে ঠায়ে।
জানি শুনি আপুনি প্ৰমাণ পাৱা গায়ে[৯৫]॥ ১৬৫

অনন্তৰে ৰাধিকা মনত সাৰ কৰি।
কামদেৱ শৰে বৰ দুখ পান্ত হৰি॥
হৃদয়ত আছা তুমি ৰাখিবাক মনে।
কবচ সদৃশ ঢাকি থৈলন্ত বসনে॥ ১৬৬

---

(৯৩) দেৱীয়ো – সখীৱো।

(৯৪) ভয়ে – ডৰে।

(৯৫) জানি······গায়ে=
জানি গুণি আপুনি উমান পাইবা গায়।



কামদেৱে শৰ প্ৰহাৰন্ত যেই কাতি।
ৰাধিকা তোমাক ৰাখে পদ্মপত্ৰ পাতি॥
পদ্ম পত্ৰ বাৰু ভৈলা কবচ বসনে।
নাৰী হইয়া তোমাক ৰাখিলা ঘোৰবাণে॥ ১৬৭
মাধৱে বোলন্ত কথা অদভুত বৰ।
হৃদয়ত লুকাইবাক পাৰে কোন নৰ॥
হৃদয়ত আছো মই অন্তৰ্যামী হৰি।
সমৰত মোক লুকাইবেক কেন কৰি[৯৬]॥ ১৬৮
নিৰাকাৰ ৰূপে যিটো আছে দামোদৰ।
তান গাৱে কেন মতে পৰে কামশৰ॥
পদ্মপত্ৰে বাৰু পাতি ৰাখয় কেমনে।
নাহিকে আজলী নাৰী ৰাধাৰ সমানে॥ ১৬৯
শুনিয়োক ৰত্নাৱলী তুমি মোৰ মিত্ৰ।
অমৃতৰ সমস্বাদ ভক্তৰ চৰিত্ৰ॥
তোমাৰ আগত মই কহো মিষ্ট[৯৭] বাক।
ৰাধিকাৰ কথা কহি জীয়াইলা আমাক॥ ১৭০
ৰত্নাৱলী বোলে কথা শুনা মনকৰি[৯৮]।
ৰাধাক চলিলা[৯৯] তুমি টেণ্টনালি কৰি॥

---

(৯৬) ১৬৬ নং পদ সমিতিৰ পুথিত নাই।

(৯৭) মিষ্ট=নিষ্ট

(৯৮) ৰত্নাৱলী ·····মন কৰি=
ৰত্নাৱলী বোলে কথা শুনিয়োক হৰি।

(৯৯) চলিলা=বঞ্চিলা

সহজে চঞ্চলী নাৰী হৃদয় কোমলী।
তাক কি কুশলে ৰাখে দুষ্টকামে পালি ॥ ১৭১

সাধু দেখি লোকে যেন কৰয় বিশ্বাস।
সৰ্ব্বস্বক কাঢ়ি লই কৰে সৰ্ব্বনাশ ॥
সেইমতে তুমিয়ো কৰিলা টেণ্টনালি[১০০]।
যাতো আমি নাৰীগণ অবোধ গোৱালী ॥ ১৭২

আন কিবা এত মান কৰিবে শকত[১০১]।
এবে শুনা ৰাধাৰ আৰৰ কথা যত ॥
মৰণৰ আশা কৰি ভীষ্ম বীৰবৰ।
যেন শৰ শয্যাত শুতিছে নিৰন্তৰ ॥ ১৭৩

সেইমতে ৰাধা পুষ্প শৰশয্যা পায়।
ব্ৰত ধৰি তোমাক আছন্ত বাট চায় ॥
বুলিবা পুষ্পৰ শয্যা পৰম কোমল।
তাক শৰশয্যা বোলে গোপীকা সকল[১০২] ॥ ১৭৪

ব্ৰত ধৰি যিটোজনে আছে মৰিবাক।
শৰৰ শয্যাত কিনো পীড়া কৰে তাক ॥

---

(১০০) টেণ্টনালি=টেঙ্গৰালি
(১০১) আন কিবা……শকত=
আনক এতেক তুমি কৰিতে শকত।
(১০২) তাক……গোপীকাসকল=
তাঙ্ক শৰ শয্যা বোলে নাগৰীসকল।



প্ৰিয়াৰ বিয়োগ যিটো পুষ্প শয্যাময়।
তাক কিনো সুখ বুলি প্ৰাণৰ সংশয়[১০৩] ॥ ১৭৫
তোমাক নাপাই ৰাধা ক্ৰন্দন কৰন্ত।
দুই চক্ষু ধাৰা সাৰে লোতক বহন্ত ॥
দেৱগণে আসি বিমানত থাকি বোলে।
ৰাধিকাৰ মুখগোট পদ্ম সম জ্বলে ॥ ১৭৬
অযুতেক পত্ৰ যাৰ শুনিয়ো শ্ৰবণে।
হৰিৰ আসন ক্ৰীড়া দেখা বিদ্যমানে[১০৪]।
দুই চক্ষু বোলে তাৰা মেঘ দুই খান।
ক্ৰন্দনক বৃষ্টি তাৰা বোলে বিদ্যমান ॥ ১৭৭
কেহো বোলে পদ্ম নুহি চাহ ভাল কৰি।
পূৰ্ণ চন্দ্ৰ গোট যেন আছে মায়া ধৰি ॥
যাৰ ৰশ্মি প্ৰকাশ কৰয় দিশ পাশ।
লুকাই আছন্ত আমাত এৰি আশ[১০৫] ॥ ১৭৮
দক্ষৰ শাপত হেন আন গতি ভৈলা।
ৰাতুল দন্তক বোলে ৰাহু লাগ লৈলা ॥

---

(১০৩) প্ৰিয়াৰ …সংশয়=
প্ৰিয়-বিয়োগিনী যিটো পুষ্প সঙ্গময়।
তাত কিনো সুখ যত প্ৰাণ নৰহয় ॥
(১০৪) হৰিৰ……বিদ্যমান=
হৰিৰ আসন হেৰা দেখা বিদ্যমানে।
(১০৫) লুকাই……আশ=
লুকি দিয়া আছা চন্দ্ৰ এৰিয়া আকাশ।

দুই ওঠ চিপিলা দশন আৰ কৰি।
দেবে বোলে চন্দ্রেসে ৰাহুক আছে ধৰি॥ ১৭৯

শুনি আছো ৰাহুৰ বিক্রম ঠাই ঠাই।
পর্ব্বে পর্ব্বে চন্দ্রক গিলন্ত লাগ পাই॥
আজি দেখোঁ চন্দ্রেসে ৰাহুক গিলি থৈলা।
অদভুত উপমা ৰাধাৰ পাশ ভৈলা॥ ১৮০

সেই বেলা ৰাধিকা গুণন্ত মনে মনে।
কামদেৱক স্মৰিলন্ত তোমাৰ নিদানে॥
কামদেৱ-চৰণে কাতৰ কৰে ধৰি।
তেহে আনিবাক পাৰে মাধৱক ধৰি॥ ১৮১

এহি বুলি আপোনাৰ ভৰি তলুৱাতে॥
কামদেৱ মূর্ত্তিক লেখিলা দেৱী তাতে॥
কস্তুৰী কুমকুম বর্ণ কৰিলন্ত কালা।
গলত লেখিলা দিব্য বৈজয়ন্তি মালা॥ ১৮২

মগৰ বাহন পাছে লেখিলা পাছত।
ৰত্নময়-কুণ্ডল যে কিৰীটি কর্ণত॥
হাতত লেখিলা পুষ্পময় দিব্য-বাণ[১০৬]।
স্তনত আৰোপি দিলা পঞ্চমুখ বাণ॥ ১৮৩

সেই অস্ত্র সেই বস্ত্র সেই ভৰি হাত।
কামদেৱ সাক্ষাতে কেৱলে নাহি মাত॥

(১০৬) দিব্যবাণ=ধনুখান।



দেখি ৰাধা লাজে বস্ত্র তুলি লৈলা মাথে।
চৰণত প্রণাম কৰিলা আথে বেথে॥ ১৮৪

গোচৰ কৰন্ত ৰাধা চৰণত ধৰি।
তোমাৰ গুণক প্রভো কহিতে[১০৭] নাপাৰি॥
যাৰ হেতু দেৱাসুৰ গন্ধর্ব্ব মনুষ্য[১০৮]।
সকল সংসাৰ প্রভো হোৱে তিৰি বশ্য[১০৯]॥ ১৮৫

সি কাৰণে লাজ এৰি মাগোঁ তজু আগে।
নন্দৰ পুত্রক প্রভো মোহিবাক লাগে॥
ধৰি আছা ধনু যেই পুষ্পবাণ হানি।
এতক্ষণে আপোনি কৃষ্ণক দিয়া আনি॥ ১৮৬

হেন শুনি মাধৱে হাসিলা খলখলি।
ৰত্নাক বোলন্ত ৰাধা পৰম আজলি॥
চৰণত কামদেৱ লেখিলা গোপিনী।
কিমতে মানন্ত তাক আপোনা আপোনি॥ ১৮৭

ৰাধিকাৰ কথা শুনি হাসি হাসি মৰি।
পাছে কি কৰিলা কহিয়োক প্রাণেশ্বৰী॥
ৰত্নাৱলী বোলে জানো কথা সাঙ্গোপাঙ্গে।
মুখে হৰি হৰি বোলা হৃদয়ত ৰঙ্গে॥ ১৮৮

(১০৭) কহিতে=সুজিলে।
(১০৮) মনুষ্য=ৰাক্ষস।
(১০৯) তিৰি বশ্য=যুৱতীৰ বশ।

তৃণ খাই জীয়ে পশু অৰণ্যত থাকে।
কোন দোষ কৰিয়াছে ব্যাধে মাৰে তাকে ॥
জল খাই জীয়ে মৎস জল সে জীৱন।
কোন দোষে তাহাকে কৈবৰ্ত্ত কৰে ছন ॥ ১৮৯

লতা প্ৰায় জীয়ে সাধু সন্তোষে জীৱন।
খলুৱা তাহাৰ শত্ৰু ভৈলা কি কাৰণ[১১০] ॥
এই তিনি বৈৰী অকাৰণ জগতত।
তোমাক লেখিলোঁ প্ৰভো তাহাৰ আগত ॥ ১৯০

পৰম অবোধ আমি গোৱালৰ নাৰী।
পতি পুত্ৰ এৰি ভজিলোঁ হো নিৰিচাৰি ॥
ব্যাধে যেন হৰিণক মাৰে শৰে হানি।
তুমিয়ো ৰাধাক মাৰা বিৰহ অগনি ॥ ১৯১

---

(১১০) তৃণ খাই……কি কাৰণ=
নখঙ্গিবা প্ৰভো কহিবাৰ তুমি ঠাই।
তিনিবিধ প্ৰাণী অকাৰণে বদ্ধ যায় ॥
বনখাই জীয়ে অৰণ্যৰ পশু যত।
কোনদোষ কৰি আছে কহিয়ো আমাত ॥
জলখাই জীয়ে মৎস্য জলত বেঢ়াই।
কোন দোষে তাহাঙ্ক কৈৱৰ্ত্তে কৰে ছাই ॥
খলুৱা তাহাৰ বৈৰী ভৈলা কি কাৰণ ॥
বড় ·…জীয়ে সাধু সন্তোষে জীৱন।



নানা ভাৱ ৰাধিকা কৰয় যত যত।
দিন বঞ্চিবাক হেতু বিৰহ কালত[১১১] ॥
বিৰহিণী কন্যাসৱে বিৰহৰ থানে।
চিত্ৰ কৰ্ম্ম কৰি তেবে পতিয়াৱে মনে ॥ ১৯২
তোমাক নাপাই ৰাধা বিৰহ অনলে।
কামদেৱ লিখিলন্ত চৰণৰ তলে[১১২] ॥
কতো বিৰহিণীয়ে দেৱক পূজা কৰি।
কতো গীত গাৱন্ত স্বামীক মনে ধৰি ॥ ১৯৩
শুক[১১৩] শাৰী পঢ়াৱৰ পালটাৱে মন।
এহি মতে কাল বঞ্চে বিৰহিণীজন ॥
তোমাৰ বিৰহে ৰাধা চিত বিয়াকুল।
এতেকে কৰন্ত কাল বঞ্চিবাৰ ছল ॥ ১৯৪
তান আৰু কথা আছে নকহিতে মন।
নকহিলে মহন্তৰ আজ্ঞা হোৱে ছন ॥
সিকাৰণে বোলে যেবে শুনা কথা সাৰ।
তোমাক নাপাই ৰাধা বাতুল আকাৰ[১১৪] ॥ ১৯৫

---

(১১১) দিন……কালত=
কাল বঞ্চিবাক ছলে বিৰহ কালত।
(১১২) তোমাক……চৰণৰ তলে=
তোমাক নপাই ৰাধা বিৰহক মনে।
কামদেৱ লিখিলন্ত অপুন চৰণে ॥
(১১৩) শুক=ভাটৌ।
(১১৪) তোমাক ·· আকাৰ=
তোমাৰ নিমিত্তে ৰাধা বাতুল আকাৰ।

প্রতি প্রতি ৰাধিকা বোলন্ত ঘনে ঘনে।<br>
চৰণত পৰো দোষ ক্ষেমা নাৰায়ণে ॥<br>
ধ্যান কৰি ৰাধিকায়ে হৃদয়ত পাই।<br>
চৰণত পৰিয়া কান্দিলা ৰাধা ৰাই[১১৬] ॥ ১৯৬<br>
গোপিণী আলাপ চিহ্ন দেখি সৰ্ব্বগাৰে।<br>
পুন ৰোষ পাতিলা ৰাধিকা ক্ৰোধ ভাৰে ॥<br>
মোক এৰি আনক ভজিলা নাৰায়ণে।<br>
পিঠি দিয়া ৰোষ পাতি গুণে মনে মনে ॥ ১৯৭<br>
কাতৰ কৰাইবোঁ মই দান্তে তৃণ ধৰি।<br>
তেবেসে সাম্ফল মই গোৱাল ঝিয়াৰী ॥<br>
পুনৰপি ৰাধিকা গুণয় মনে মনে।<br>
খাণিতেকে কাতৰ কৰিবে নাৰায়ণে ॥ ১৯৮<br>
ভাৱনা সে কৰন্তস্বৰূপ কিছো নাই।<br>
বিলাপ কৰন্ত শোকে বিমূৰ্চ্ছিত হই ॥<br>
মাধৱে বোলন্ত ৰত্নাৱলী বৰ নাৰী।<br>
কোন থানে আছয় ৰাধিকা প্ৰাণেশ্বৰী ॥ ১৯৯<br>
কৰযোৰে বোলো হেৰা কথা শুনিয়োক।<br>
ৰাধিকাক দেখাই দিলে প্ৰাণ দিয়া মোক[১১৬] ॥

(১১৫) চৰণত......ৰাধাবাই=<br>
ধ্যান কৰি ৰাধিকাক হৃদয়ত পাই।<br>
অনেক সাদৰে মাতিলন্ত যদুৰাই ॥

(১১৬) ৰাধিকাক.....দিয়া মোক=<br>
ৰাধিকাক দেখাই আৱে জীয়ায়োক মোক।



ৰত্নাৱলী বোলে কৃষ্ণ শুনা মোৰ বাক।<br>
ৰাধিকাক দিলে প্ৰভু কি দিবা আনাক ॥ ২০০<br>
মাধৱে বোলন্ত শুনিয়োক প্ৰাণেশ্বৰী।<br>
জগতৰ সম্পত্তি মিলোক আজি ধৰি ॥<br>
দেৱাসুৰ নাগ যক্ষ গন্ধৰ্ব্ব মনুষ্য।<br>
আজি ধৰি সকলে তোমাৰ হৌক বশ্য ॥ ২০১<br>
ৰত্নাৱলী বোলে প্ৰভো নলাগয় আক।<br>
ৰাধাৰ সেৱাত মই সবে পাইবো তাক ॥<br>
মাধৱে বোলন্ত তেবে লৈয়োক মুকুতি।<br>
ব্ৰহ্মা[১১৭] হৰ পুৰন্দৰে বাঞ্চে দিনে ৰাতি ॥ ২০২<br>
যি কাৰণে[১১৮] ব্ৰহ্মা হৰে কৰন্ত সেৱলি।<br>
তাহাকো নলাগে বুলিলন্ত ৰত্নাৱলী ॥<br>
তোমাৰ চৰণ যিতো কৰিয়াছো সাৰ।<br>
তাতো কৰি অধিক মুকুতি কোন চাৰ ॥ ২০৩<br>
মাধৱে বোলন্ত তুমি মনে কৰি সাৰ।<br>
যিবা ধন লাগে তুমি খুজিয়ো আমাৰ ॥<br>
ৰত্নাৱলী বোলে গোপীকাৰ প্ৰাণ বৈৰী।<br>
নাহি ধন তোমাৰ মোহন বংশী সৰি ॥ ২০৪<br>
আন কিছো নাই ধন নামাগো তোমাৰ।<br>
বংশী দান দিয়া প্ৰাণ-চোৰ[১১৯] গোপীকাৰ ॥

(১১৭) ব্ৰহ্মা=গোৱী।

(১১৮) যি কাৰণে=যি আনত।

(১১৯) প্ৰাণচোৰ=প্ৰাণেশ্বৰ।

তুমি বংশী বায়া যি বেলাত মনোহৰ।
বিৰহত পুৰিমৰো গোপী নিৰন্তৰ॥ ২০৫
সেই বংশী আমিসবে বজাইবোহোঁ সুখে।
তেবেসে জানিবা বিৰহৰ যত দুঃখে॥
মাধৱে বোলন্ত কহা উপহাস এৰি।
বংশী বৰ কোন ধন আপনাত কৰি॥ ২০৬
ৰত্নাৱলী বোলে ভাল কহিলা আমাক।
সখীৰ পাশক নিবে নাপাৰো তোমাক॥
তযুগাৰে গোপিনী ৰমণ চিহ্ন[১২০] দেখি।
ক্রোধে মোক খঙ্গিৰন্ত ৰাধাৰায় সখী[১২১]॥ ২০৭
তুমি ঐতে থাকা প্ৰভো মই যাওঁ আগে।
ইটো কথা ৰাধিকাত পুছিবাক লাগে॥
মাধৱৰ দুঃখ জানি মনত সুমৰি।
সেই বেলা আসিলেক সুকণ্ঠী সুন্দৰী॥ ২০৮
সুকণ্ঠীক দেখি কৃষ্ণে বাহুমেলি আনি।
পদ্মাসনে কোলাত বৈসাইলা চক্রপাণি।
বদনে চুম্বন দিয়া সাবটিয়া হাতে।
তুলসীৰ মালা গাঁথি পিন্ধাইলা খোপাতে[১২২]॥ ২০৯

(১২০) চিহ্ন=সাঙ্ক।
(১২১) ক্রোধে ···· সখী=
ক্রোধে মোক খঙ্গিবেক ৰাধিকা নিৰেখি।
(১২২) তুলসীৰ······খোপাতে=
তুলসীৰ মালা কাঢ়ি বজ্জিলা খোপাতে।



বৃক্ষশিলা ঝৰে দেৱতাৰ মোহে চিত।
একদিনা শুনি কৃষ্ণে সুকণ্ঠীৰ গীত॥
পৰ্ব্বতত পোত গৈল মাধৱৰ ভৰি।
আজিয়ো সূচাৰে তাক গোবৰ্দ্ধন গিৰি॥ ২১০
সুকণ্ঠী বোলয় প্ৰভো নকৰা সংশয়।
ৰাধিকাক দিবো ময় বুলিলো নিশ্চয়॥
এহি বুলি সুকণ্ঠীয়ে অনেক প্ৰবন্ধে।
ৰাধিকাক পাইলা পাছে কুঙ্কুমৰ গন্ধে॥ ২১১
দেখিয়া ৰাধিকা উঠিলন্ত গাৰ লাৰি।
সুগন্ধিত পুষ্পৰ আসন দিলা পাৰি॥
শুতি আছে ৰাধাদেৱী প্ৰেমৰ পৰম।
কথা এক কহিলা সুকণ্ঠী মনোৰম॥ ২১২
দেৱলোকে ৰাঞ্ছা কৰে মনুষ্যৰ কায়।
ই হেন শৰীৰ সখী বিফলেসে যায়॥
যোগীগণে যাঁহাকে নপাৰে ধ্যান কৰি।
তোমাৰ নিমিত্তে প্ৰভো উত্ৰাৱল হৰি॥ ২১৩
মুনিগণে চিন্তা কৰি চিন্তিয়া নপায়।
কৰিয়া সংসাৰী হোৱে জানিবা নিশ্চয়[১২৩]॥
হেন কৃষ্ণে তোমাক বিচাৰি ফুৰে বনে।
পৰম অবোধ দেখোঁ তোমাৰ লক্ষণে॥ ২১৪

(১২৩) মুনিগণে····· নিশ্চয়=
মুনিগণে তত্বক বিচাৰি ঠাই ঠাই।
ফিৰিয়া সংসাৰী হোৱে তোমাক নপাই॥

ৰূপক তালৰ ৰাগ বৰাৰী উত্তম।
ৰাগৰ লক্ষণ কহোঁ শুনা মনোৰম ॥
দিব্য কোটি ৰূপবতী কন্যা নিজ সঙ্গে।
অলঙ্কাৰে মণিক কচাৰে মন ৰঙ্গে ॥ ২১৬
আপোনাৰ অলঙ্কাৰ পিন্ধিলন্ত কাঢ়ি।
চামৰ ঢুলায়া তাঙ্ক নেই আগবাঢ়ি ॥
দেৱতাৰ পুষ্পমালা কণ্ঠত পিন্ধাইলা।
নমস্কাৰ কৰি কন্যা শয্যাত বসাইলা ॥ ২১৬
তুষ্ট হুইয়া স্বামীৰ সম্মান দিলা কাঢ়ি।
বৰাৰী বৰিলা স্বামী চৰণত ধৰি ॥
জয় জয় ফুকাৰিলা সিদ্ধ মুনিগণ।
দেখি সৰ্ব্বজনে ভৈল আনন্দে মগন ॥ ২১৭
ব্ৰহ্মাদেৱে পূৰ্ণাহুতি দিলা ৰঙ্গ কৰি।
এতেক লক্ষণে ৰাগ বুলিলা বৰাৰী[১২৪] ॥

---

(১২৪) বৰাৰী ৰাগৰ বিবৰণ ( সমিতিৰ পুথি )
দীৰ্ঘকেশী ৰূপৱতী কন্যা নিজ সঙ্গে।
অলঙ্কাৰে স্বামীক কৰাৱে মনৰঙ্গে ॥
আপুনাৰ অলঙ্কাৰ পিন্ধাইলন্ত কাঢ়ি।
চামৰে ঢোলায়া ঘৰে নিলা আগ বাঢ়ি ॥
দেৱতাৰ কণ্ঠমালা কণ্ঠত পিন্ধাই।
নমস্কাৰ কৰি কন্যা শয্যাত বৈসাই ॥
তুষ্ট হুয়া স্বামী ৰত্নমালা নিলা কাঢ়ি।
ইসৱ লক্ষণে ৰাগ বুলিয় বড়াৰী ॥



তোমাৰ বিৰহে সখী দুখ পান্ত হৰি।
মলয়া পৱন যিথানত প্ৰাণেশ্বৰী ॥ ২১৮
শয্যা এৰি ধৰণীত কৰন্ত শয়ন।
তযুনাম ধৰি কৃষ্ণে কৰন্ত ক্ৰন্দন ॥
ঘনে ঘনে মাধৱে দিলন্ত বংশী ডাক।
আইস ৰাধা প্ৰাণেশ্বৰী আলিঙ্গা আমাক ॥ ২১৯
বিশ্বাস নকৰা যদি বচন আমাৰ।
শুনিয়োক নিজনাম বংশীত তোমাৰ ॥
কৰ্ণপাতি ৰাধিকা শুনিলা[১২৫] মন কৰি।
ডাকন্ত ৰাধিকা বুলি নিজনাম ধৰি ॥ ২২০
লাজে আঁৰ হুইবে লাগি বস্ত্ৰমাত্ৰ টানে[১২৬]।
গুপুত বেকত ভৈলা বংশীৰ নিদানে[১২৭] ॥
শাশুৰী ননন্দী দুয়ো মোৰ প্ৰাণ বৈৰী।
সময় নজানি বংশী ডাকে নাম ধৰি ॥ ২২১
সুকণ্ঠী বোলয় সখি নকৰিবা লাজ।
সবাৰে হৃদয় পশি আছে যদুৰাজ ॥
ভয় নিন্দা অধৰ্ম্ম অসূয়া যতাচাৰ[১২৮]।
ইহাঙ্ক ভজিলে পাৱে সংসাৰৰ পাৰ ॥ ২২২

---

(১২৫) শুনিলা=গুণিবা।
(১২৬) লাজে আঁৰ ···টানে=
লাজে আঁৰ ভৈলা ৰাধা বস্ত্ৰ লৈয়া টানি।
(১২৭) নিদানে=নিদানি।
(১২৮) যতাচাৰ=যত সাৰ।

আকে জানি সখি মনে তেজিয়া বিকল।
কৃষ্ণক ভজিয়া জন্ম কৰিয়ো সাম্ফল ॥
ব্ৰহ্মা আদি ধিয়ানত যাক লাগ পাই[১২৯]।
চৰণৰ ধূলি লন্ত মুকুট ভৰাই ॥ ২২৩
মধুৰ মূৰতি কোটি কন্দৰ্পক জিনি।
সিটোৰূপ দেখি প্ৰভু বিস্ময় আপুনি ॥
চলা চলা নিতম্বিনী শুনা মোৰ বোল।
কৃষ্ণৰ মধুৰ ৰূপে[১৩০] চাপি দিয়া কোল ॥ ২২৪
নিৰোধিবা নেপুৰক পয়ানৰ হন্তে।
গোপীগণে পাইবে সাৰি পথত চলন্তে[১৩১] ॥
হাতক যুৰিলা[১৩২] সুকণ্ঠীৰ বাক্য পাই।
চলিবাক সাজনি সাজিলা ৰাধাবাই ॥ ২২৫
বোলে ৰাম সৰস্বতী দেখা কেনে মত।
কৃষ্ণক জানিবে পাৰি সন্তৰ সঙ্গত ॥
সন্তবেসে মুখত নামৰ জন্ম ভৈলা।
এতেকে নিস্তাৰ হেতু সংসাৰত বৈলা ॥ ২২৬

---

(১২৯) ব্ৰহ্মা আদি……পাই=
ব্ৰহ্মা আসি ধিয়ানত তাঙ্ক লাগ পাই।
(১৩০) কৃষ্ণৰ মধুৰ ৰূপে=আসিয়ো মধুৰ ৰূপে।
(১৩১) নিৰোধিবা…… পথত চলন্তে=
নিৰোধিবা নেপুৰক পৱন মুখৰা।
গোপীগণে শুনিবেক বিদূৰৰ পৰা ॥
(১৩২) হাতক যুৰিলা=ধাৰক জানিলা



ৰামনাম নৌকা এৰি কোনে যাইবা তৰি।
ভৰা দিয়া যদি যাৱে নতু আসে বুৰি[১৩৩] ॥
কহে ৰামসৰস্বতী এহি তত্ত্বসাৰ।
ৰামৰাম বুলি হোৱা সংসাৰৰ পাৰ ॥ ২২৭

## লেচাৰী

সুকণ্ঠীৰ বাক্য মনোহৰ শুনি ৰাধা উঠি অনন্তৰ
নেতবস্ত্ৰ খানি পিন্ধিলা গাৱে মেঢ়াই।
নিতম্বযৌৱনী ক্ষীণকটি ৰত্নৰ মেখলা বান্ধে আটি
যেন ফলভৰে ভাঙ্গি যে পৰয় ডাল[১৩৪] ॥ ২২৮
বস্ত্ৰে ধাকিলেক দুই স্তন মেঘে ধাকে যেন পূৰ্ণচন্দ্ৰ
যদি আঁৰ হোৱে তথাপিতো গৌৰবৰ্ণ।
তথাপিতো জ্বলে দুইস্তন ধাকিবে নোৱাৰে একোতন
আকাশত যেন প্ৰকাশন্ত দুই চন্দ্ৰ[১৩৫] ॥ ২২৯

---

(১৩৩) ৰাম নাম নৌকা……বুৰি=
ৰামনাম বান্ধিয়া গৈলেক তীৰে তৰি।
ভৰা দিয়া ঝাণ্টে যাৱে নতু আসে বুৰি ॥
(১৩৪) ভাঙি যে পৰয় ডাল=ভাঙয় শুফল ডাল।
(১৩৫) ২২৯ নং পদ সমিতিৰ পুথিত যথাস্থানত নাই; কাষৰ এঠাইত উদ্ধৃত কৰিছে।

বিমানত বসি দেৱগণে বিয়াকুল চিত্ত কামবাণে
স্তনভৰে হালে হাঠিতে কৃশ কঙ্কাল।
হাতে নানা পুষ্পগুচ্ছ লৈয়া চলিযান্ত দেবী মত্ত হুয়া[১৩৬]
সুৰত কৰ্ম্মত জিনিবো আজি গোপাল ॥ ২৩০

স্তুতি কৰে যাক ব্ৰহ্মাদেৱে আলিঙ্গি ধৰিবে মোৰ গাৱে
তেবে গুচে ইটো মোৰ কামশৰ জুই।
বোলে দেৱগণে জানো সাৰ নাৰীৰূপে ক্ষত্ৰি অৱতাৰ
যুদ্ধক প্ৰৱন্ধে মাধৱক খেদি যায়[১৩৭] ॥ ২৩১

বোলে বাক অন্য দেৱগণে[১৩৮] কৃষ্ণক সুমৰি ৰঙ্গমনে
ঘোৰ গদা ধৰি ৰণক চলিলা ৰাই।
সব এৰি কৃতাঞ্জলি[১৩৯] কৰি (?) কাৰ্য্যক দেখিলো নেত্ৰভৰি
আজিৰ যুদ্ধত হাৰিবে জানো কানাই[১৪০] ॥ ২৩২

---

(১৩৬) হাতে নানা······দেবী মত্ত হুয়া=
নীলপদ্মগোট হাতে ধৰি, চলি গৈলা দেবী জয় স্মৰি।

(১৩৭) নাৰীৰূপে······খেদি যায়=
ৰাধা নাৰী নোহে জানো আৰ,
নাৰীৰূপে ইটো ক্ষত্ৰিয় জোনো বিশেষ।

(১৩৮) বোলে বাক······গণে=
অন্যোঅন্যে বোলে গোপীগণে।

(১৩৯) সবে এৰি······ভৰি=
দুই কেনে যাই জয় স্মৰি, আশ্চৰ্য্য দেখিলো নেত্ৰভৰি।



বস্ত্ৰক কবচ বোলে তাত কবচ উপৰে কণ্টা[১৪১] যত
ঘোৰ যুদ্ধে বিন্ধি মূৰ্চ্চিত ক্ষত্ৰিয়গণ।
ৰাধাৰ হৃদয় স্তন দুই লোহাৰ কণ্টক সম দুই
তাৰ বিষে কৃষ্ণ হুইবে আজি অচেতন ॥ ২৩৩

যেবে ৰণ জিনে দামোদৰ তেবে ৰঙ্গ হৈবে পুৰুষৰ
ৰাধাৰ জয়ত কৌতুক নাৰী সবাৰ।
এহি বোল বুলি দেৱগণে কৃষ্ণৰ জয়ক সাধেমনে
সাধে দেৱ নাৰীগণে জয় ৰাধাৰ ॥ ২৩৪

কৰ্পূৰ তাম্বুল তুলি ধৰি সুবৰ্ণ সফুঁৰা ভৰিপুৰি
ৰত্নাৱলী উঠি ত্বৰিতে দিলা গোচৰ।
শুনিয়ো বচন ৰাধাৰাই যাচি গৈলে পুনু মান্য নাই
নাৰী কোন আন পুৰুষক খেদি যায়[১৪২] ॥ ২৩৫

ইটো কথাৰৰ অদভূত লোকত বৈলাস অযুগুত
তুমি লাজ ভৈলে আমি ৰহো কোন[১৪৩] ঠাই।
বৰৰ জিয়াৰী যেন স্মৰি পৰম কঠিন দেৱ হৰি
তান পাশে তুমি যাচি যাবা কেনে কৰি ॥ ২৩৬

---

(১৪০) কানাই=গোসাঞি।
(১৪১) কণ্টা=কলা।
(১৪২) যাচি গৈলে·····খেদি যায়=
যাচি গৈলে অপমান পাই
নিৰ্দ্দয় হৃদয় কঠিন ইটো কৃষ্ণৰ।

বন্ধুৰ পৰীক্ষা পাই ভালে জলৰ প্ৰমাণ পদ্মনালে
যদি ইচ্ছা আছে আপুনি নাসিলা কেনে।
এবি ঘৰ পতি পুত্ৰগণ বন অৰণ্যৰ পশু যেন
তথাপি আমাক স্নেহ নাই তান মনে[১৪৪] ॥ ২৩৭

বত্নাৱলী কথা[১৪৫] শুনি ৰাই আসনে বসিলা ফিৰি চাই
সুকণ্ঠীক বোলে কৃষ্ণক ইঠাৱে আন।
বাম সৰস্বতী বোলে সাৰ বিৰহ শুনিয়ো ৰাধিকাৰ
এবেসে জানিলো হৰি আইবা ইটো থান ॥ ২৩৮



---

(১৪৩) ২৩৬ নং প্ৰথম অংশ সমিতিৰ পুথিত নাই।

(১৪৪) ২৩৬ নং পদৰ এক অংশ আৰু ২৩৭ নং পদৰ এক অংশলৈ সমিতিৰ পুথিত এটা নতুন পদ সৃষ্টি হৈছে।

ৰবৰ জীয়াৰী জয় স্মৰি, তানপাশে যাইবা কেনে কৰি
যদি ইছা আছে আপুনি নাসিলা কেনে।
ঘৰ এবি পুত্ৰ পতিগণে বন অৰণ্যৰ পশু যেন
তথাপি আমাক স্নেহ নাহি তোৰ মনে ॥

(১৪৫) কথা=বাক্য।

## ঝুমুৰী[১৪৬]

সুকণ্ঠী বোলয় সাৰ,
মুখচায়া ৰাধিকাৰ।
আপোনাৰ কৰ্ম্ম নষ্ট,
পাছে নকৰিবা কষ্ট ॥ ২৩৯
চলিয়ো কৃষ্ণৰ পাশ,
মদনে পুৰিয়ো আশ।
বৈকুণ্ঠতোধিক সুখ,
দেখিবা কৃষ্ণৰ মুখ ॥ ২৪০

---

(১৪৬) সমিতিৰ এই অধ্যায় অলপ বেলেগ; তলত উদ্ধৃত কৰা হ'ল।

সুকণ্ঠী বোলয় সাৰ মুখ চায়া ৰাধিকাৰ
আপনাৰ কাৰ্য্য হৱে নষ্ট।
মদনে পুৰিবে আশ চলাহা কৃষ্ণৰ পাশ
পাছত কৰিবা মনে কষ্ট ॥
যমুনাৰ তীৰে হৰি বসি আছা আশা কৰি
মলয়া পৱন সুখে চিত্ত।
বংশীত সংকেত কথা একলে আচন্ত তথা
তয়ু নাম ধৰি গান্ত গীত ॥
নিশাচৰ পক্ষীচৰে তাতে তৰুলতা লৰে
বোলে হেৰা আসিলন্ত ৰাই।
শয্যা পাৰি আথে বেথে বিচাৰন্ত দুইহাতে
বনৰ ছাঁয়াক ধৰে পাই ॥

কোলাত বৈসাইব হৰি,
বদনে চুম্বন কৰি।
যমুনা তীৰে হৰি,
বসি আছে আশা কৰি ॥ ২৪১
মন আলাপত তাতে।
বংশীত সংকেতে মাতে ॥
অকলে আচন্ত তথা।
শুনিয়োক মোৰ কথা ॥ ২৪২

---

বিচাৰি নপায়া যাই    থাকন্ত বনক চাই
এহি পথে আসিবন্ত ৰাই।
গোপিনী পাইব সাৰি    পেলায়ো নূপুৰ কাঢ়ি
ই'টো মন্দ পৰম অপাই ॥
মাধৱৰ বক্ষস্থলে    প্ৰকাশিবা অবিকলে
বিপৰীত শৃঙ্গাৰ ৰসত।
তুমি যে গোৰাঙ্গী নাৰী    দুৰ্ব্বাদল শ্যামহৰি
বিম্ব যেন সজল মেঘত ॥
শৰীৰৰ বস্ত্ৰ এৰি    কৃষ্ণক সাৱটি ধৰি
হৰিষে সমুদ্ৰে দিয়া বুড়।
যেন অৰ্থনিধি পাই    দৰিদ্ৰ আনন্দে যাই
লুভিয়াৰ যেন মুখে গুৰ ॥
কৃষ্ণঃ বৰ অভিমানী    মনে এৰি লাজ তুমি
পৰকালে সুমৰিবা মোক।
অৱশেষে ৰাতি আছে    এভো নাযা তাৰ কাচে
পাচকালে কিবুলি আমাক ॥



তয়ুনামে গাৱে গীত।
ধৰিতে নাপাৱে চিত ॥
নিশাচৰ পক্ষীচৰে।
তাতে তৰুবন লৰে ॥ ২৪৩
বিচাৰন্ত যদুৰাই,
বনৰ ছাঁয়াক চাই।
বিচাৰি নপায়া পাছে,
থাকন্ত পথৰ কাছে ॥ ২৪৪

---

ৰাধিকা বোলন্ত সখী    সহজে পৰম দুখী
যাচি যাইলে তথাপি নপাৰি।
যিজনী যাচিয়া যায়    লোকত বৈলাস পাই
পূৰ্ব্বতে শপিছে দেৱনাৰী ॥
শুনিয়া সুকণ্ঠী গৈল    মাধৱত কথা কৈল
যাচিয়া নাসিল ৰাধা সখি।
নাৰী জাতি যাইলে দোষ    ইহাত কৰিলে ৰোষ
পূৰ্ব্বপথ ৰহিলন্ত ৰাখি ॥
গুঞ্জৰী ৰাগৰ গীত    গুঞ্জ মিলন চিত
আসন্তে পথত দিল বাধা।
দশোদিশে চান্ত যাক    তোমাক দেখন্তে তাক
ৰাসগৃহে দুখ পান্ত ৰাধা ॥
তুমি আসিবাৰ ভাৱে    অলঙ্কাৰ পিন্ধি গাৱে
থাকন্ত পথত বাট চাই।
বৃক্ষৰ লড়য় পাত    বনপশি বিচাৰন্ত
নিজ শয্যা পাৰন্ত বিছাই ॥

এহি পথে আসিবন্ত,
ৰাধিকা পৰম শান্ত।
গোপিনী পাইবন্ত সাৰি,
পেহ্লাৱে নূপুৰ কাঢ়ি ॥ ২৪৫

মাধৱৰ বক্ষস্থলে,
প্ৰকাশিবা অবিকলে।
শৃঙ্গাৰ ৰসত আতি,
ভ্ৰম হৈব তযু মতি ॥ ২৪৬

---

সুকণ্ঠী গৈলন্ত যদি কৃষ্ণক নিবাক খেদি
ৰাধিকা আছন্ত বাট চাই।
বিলম্ব দেখিয়া বৰ মনে দুখ নিৰন্তৰ
ক্ৰন্দন কৰিলা ৰাধাবাই ॥
মঠাতাল মনোনীত গৌৰ মালৱ গীত
মনোদুখে ৰাধা কৰে শোক
বিফল যৌৱন মোৰ নাইলা সখি প্ৰাণেশ্বৰ
সুকণ্ঠী বুলিলা ভাল মোৰ।
মিত্ৰৰ বচন এড়ি গহীন অৰণ্যে পৰি
তাতে প্ৰহাৰিলা কামশৰ ॥
বিৰহ অনল কায় পুৰি আছে সমুদায়
সহি আছো যতো অনুক্ষণে।
ইহি ধাতু আছে কেনে কৃষ্ণৰ চৰণ বিনে
যত আশা হুগুচয় মনে ॥



তুমি যে গৌৰাঙ্গ নাৰী,
দুৰ্ব্বাদল শ্যাম হৰি।
সজল মেঘত থাকি,
যেহেন বিদ্যুৎ পাঁতি ॥ ২৪৭
শৰীৰৰ বস্ত্ৰ কাঢ়ি,
কৃষ্ণক সাৱটি ধৰি।
হৰিক নেৰিবা বৰ
মন কৰিয়োক দৃঢ় ॥ ২৪৮

---

ইটোবস্ত্ৰ অলঙ্কাৰে অতিশয় মনপোৰে
কৃষ্ণ বিনে সকল বিফল।
ইহেন মধুৰ ৰাতি কোন নাৰী ভাগ্যৱতী
কৃষ্ণ মুখ চুম্বন্তে নিৰ্ম্মল ॥
পিন্ধিছো মালতীমালা তনুতাতে সুকোমলা
তাতে কামদেৱে শৰ।
আন পুৰুষৰ শৰে বাহিৰত পীড়া কৰে
ইটোশৰে পোৰে অভ্যন্তৰ ॥
আছো বনে বাট চাই মাধৱৰ দায়া নাই
দেই দুখ পাইবে লাগে যত।
কৃষ্ণ ৰাধিকাৰ প্ৰাণ ৰাধাপতি নাৰায়ণ
ই কলঙ্কে জুৰিছে জগত ॥
স্বামীকথা আছে শুনি লোকে কৰে কণাকণি
সাৰ চান্ত সবে যে গাৱত।
স্তনে ক্ষত নখ চাই মাথা ধাকুৰিয়া যাই
বোলে কৃষ্ণ গৈল এক্ৰি ঠাই ॥

যেন অর্থনিধি পাই,
দৰিদ্রে আনন্দ পাই ।
কৃষ্ণ বৰ অভিমানী,
লাজ এৰি চলা জানি ॥ ২৪৯
পাছে সুমৰিবা মোক ।
এৰিয়োক দুঃখ শোক ॥
অৱশেষ ৰাত্রি আছে ।
যাবোঁ চলা তান কাছে ॥ ২৫০

---

স্বামী পাছে লাগ ধৰি　　বৈসায়া কোলাত কৰি
কথা কৰে সেই তান ঠাই ।
বুঝাৱে অনেক বুলি　　নামাতিলে মাথাতুলি
বোলে আত কিচো দোষ নাই ॥
কেৱলে ননন্দ বাৰ　　পাচতে নচাৱে লাগ
স্বামী জানি দেই ডাক চুম্পি ।
হেন জানি দামোদৰে　　নিজানতে লাগধৰে
হৰিণক বাঘে যেন খুম্পি ॥
বসন্ত ৰাগৰ গীত　　একতালি মনোনীত
ৰাধা মাধৱক কৰে আশ ।
মোতোধিক ৰূপৱতী　　কোনধিক ভাগ্যৱতী
পায়া হৰি নাৰিৰন্ত পাশ ॥
তাইৰ হৃদয় হানি　　বক্ষস্থল তুলি ধৰি
কুচ প্ৰকাশিবা হাৱ লাগি ।
লৰিবেক মুখচন্দ্ৰ　　পিয়া হৰি ধৰি বন্ধ
তাক মঞি নাপাইলো অভাগী ॥



সুকণ্ঠীৰ বাক্য বুজি,
হুমুনি নিশ্বাস তেজি ।
ৰাধিকা বোলয় সখি,
সহজতে আমি দুখী ॥ ২৫১
যত দেখা নাৰীগণ,
সবে আমি পৰাধীন ।
যিজনে যাচিয়া যায়,
লোকত নৈৰাশ পায় ॥ ২৫২
পূৰ্ব্বত উৰ্ব্বশী নাৰী,
যাচিগৈ লজ্জাত পৰি ।
উৰ্ব্বশী অৰ্জ্জুন ঠাই,
ফিৰি গৈলা লজ্জা পাই ॥ ২৫৩

---

কুটিল কুণ্ডল দুই　　বাজিবেক এক হুই
খলম লাগিব মেখলাত ।
অঙ্গ দেখি দুয়ো হাসি　　দুই দুইকো চাহি চাহি
সিটো……শৃঙ্গাৰ বেলাত ॥
কম্পয় দুইহানো কায়　　ৰোমাঞ্চিত সৰ্ব্বগায়
ভাগৰত দুইহানো নিশ্বাস ।
দুই দুইকো ধৰি তাতে　　জিৰাইবেক এহিমতে
আমি সখি ভৈলোহো নৈৰাশ ॥
শুনিয়োক সভাসদ　　গীতগোবিন্দৰ পদ
কামজয় কৃষ্ণ কথা সাৰ ।
বোলে ৰামসৰস্বতী　　তেজিয়োক আনমতি
ৰামবুলি তৰিয়ো সংসাৰ ॥

নাযাইব কৃষ্ণব ঠাই,
সত্যে বোলো সখী আই।
বাধাব বচন শুনি,
সুকণ্ঠী মনত গুণি ॥ ২৫৪

মাধৱব পাশ গৈলা,
সমস্ত বৃত্তান্ত কৈলা।
সখী মোব নাসে যাচি,
আপুনি চলিয়ো কাচি ॥ ২৫৫

নাবী যাচি যাইলে দোষ
ইহাত কবিলো বোষ।
গুঞ্জবী বাগব গীত,
কুঞ্জবনে মনোনীত ॥ ২৫৬

পবম বিকল ভাৱে,
দশোদিশ আতি চাৱে।
বাসগৃহে বাধাবাই,
পবম দুখক পাই ॥ ২৫৭

তুমি আসিবাব ভাৱে।
অলঙ্কাব পিন্ধি গাৱে ॥

থাকন্ত পন্থক চাই,
আসিবন্ত যদুবাই ॥ ২৫৮

বৃক্ষব লবয় পাত।
বোলে আসে যদুনাথ ॥



শয্যাখান থোৱে পাবি।
আঙ্গিনাত লোৱে শাবি ॥ ২৫৯

বাধাব বিলাপ বাক
সৰ্ব্বজন শুনিয়োক ॥
সুকণ্ঠী গৈলেক খেদি।
কৃষ্ণক আনিবে মাতি ॥ ২৬০

বিলম্ব দেখিয়া বৱ
মনদুখে নিবন্তব
ক্রন্দন কবন্ত বাই
ঘনে ঘনে পন্থ চাই ॥ ২৬১

মঠাতাল মনোনীত
গৌড় মালৱ গীত
বিফল জনম মোব
নাইল সখী প্রাণেশ্বৰ ॥ ২৬২

সুকণ্ঠী বুলিলা মোক
নগৈলো কবিয়া শোক
মিত্রব বচন এবি
গহীন অবণ্যে পবি ॥ ২৬৩

প্রহাবিছে কাম শব
চিত্তকবে ঝবঝব
বিবহ অনলে কায়
পুবি মবো সৰ্ব্বদায় ॥ ২৬৪

হুয়া আছো অচেতন
ছাড়ি যাই যেন প্ৰাণ
নগৈ ধাতু আছে কেনে
পুৰি মাৰে জুই যেনে ॥ ২৬৫

মনে আছো আশা কৰি
আসিবন্ত প্ৰাণহৰি
ইটোবস্ত্ৰ অলঙ্কাৰে
সকল শৰীৰ পোৰে ॥ ২৬৬

ইহেন মধুৰ ৰাতি
কোন নাৰী ভাগ্যৱতী
নিৰ্ম্মল কৃষ্ণৰ মুখ
চুম্বিলে পাসৰোঁ দুখ ॥ ২৬৭

পিন্ধিছো মালতী ফুল
তনুকবে হুলস্থুল
কামদেৱে মাৰে বাণ
চিত্তকবে খান খান ॥ ২৬৮

আন পুৰুষৰ শৰে
বাহিবত পীড়া কৰে
নিদাৰুণ কাম শৰে
অভ্যন্তৰে পুৰি মাৰে ॥ ২৬৯

সখী মোৰ ৰাখা প্ৰাণ।
নাদেখিলো নাৰায়ণ ॥





মই আছো বাট চাই।
মাধৱৰ দায়া নাই ॥ ২৭০

জগততে কহে লোকে
আতে মই মৰো শোকে
স্বামী আছে কথা শুনি
লোকে কৰে কাণাকাণি ॥ ২৭১

শাশুৰী দেখন্ত চাই
স্তনে নখচিহ্ন পাই
বুক ঢাকুৰিয়া যাই
কৃষ্ণ আইল এইৰ ঠাই ॥ ২৭২

স্বামী পাছে লাগ ধৰি।
বৈসাইলা কোলতে কৰি॥
কৃষ্ণে নিতে তোৰ পাশে।
সত্য কহ আসে নাসে ॥ ২৭৩

সেৱা কৰোঁ তোৰ ঠাই।
নিতে একযুগ যাই ॥
হাতে দুই পাৱে ধৰি।
মুখ চাওঁ প্ৰাণেশ্বৰী ॥ ২৭৪

বুঝাৱে অনেক বেলি।
নমাতোহো মাথা তুলি ॥
কেৱল ননন্দী ভাৱে।
পাচত পাৰয় ৰাৱে ॥ ২৭৫

স্বামী আগে দেয় খুম্পি।
ফুৰে মোক চুম্পি চুম্পি ॥
আমি স্ত্রী ঘৰে বন্দি।
গৃহত নাপাও সন্ধি ॥ ২৭৬

হেন জানি দামোদৰে।
নির্জ্জানত লাগ ধৰে ॥
বসন্ত ৰাগৰ গীত।
একতালি মনোনীত ॥ ২৭৭

মোতোধিক ৰূপৱতী
কোন আছে ভাগ্যৱতী ॥
আনি হৃদয়ক ধৰি
বক্ষঃস্থলে তুলি ধৰি ॥ ২৭৮

কুচ প্ৰকাশিবে মোৰ।
দুয়ো হৈবো কামাতুৰ ॥
প্ৰিয় হৰি ধৰি বান্ধে।
দুই হাতে দুই কান্ধে ॥ ২৭৯

কুণ্ডলে কুণ্ডলে দুই।
বাজিবেক এক হুই ॥
মেখলা লৰিবে আতি।
হহুবো দুয়ো কামে মাতি ॥ ২৮০

সিটোৰস শৃঙ্গাৰত
হৈবো দুয়ো উনমত



কাম্পে আতি দুইৰো কায়
ৰোমাঞ্চিত সৰ্ব্ব গায় ॥ ২৮১

পাসৰয় দুঃখভাৰ
কৰে মহা কামোৎসৱ
নুসুমৰে দুঃখ যত
ব্ৰহ্মানন্দ সিবেলাত ॥ ২৮২

দুইকো দুয়ো ধৰি হাতে।
জিৰাইবেক এহি মতে ॥
হেন প্ৰাণকৃষ্ণ স্বামী।
নৈৰাশা ভৈলোহোঁ আমি ॥ ২৮৩

কৃষ্ণ হেন স্বামী পাই।
কোনে তেজে চক্ষু খাই ॥
শুনিয়োক সভাসদ।
গীত গোবিন্দৰ পদ ॥ ২৮৪

গীতচয় মনোৰম।
অমৃত নুহিকে সম ॥
বোলে ৰাম সৰস্বতী।
তেজিয়োক আন মতি ॥ ২৮৫

নকৰিবা আত লাজ ॥
ৰাম বুলি সাধা কাজ ॥
সমাজৰ লোকসৱে।
ৰাম ৰাম বোলা এবে ॥ ২৮৬

## পদ

এহিমতে ৰাধা মনে দুখ কৰি আছে।
সুকণ্ঠীক কৃষ্ণে উঠি মাতিলন্ত পাছে॥
নিয়ো মোক প্ৰাণেশ্বৰী ৰাধিকাৰ পাশ।
ৰাধাৰ বিৰহে মোৰ প্ৰাণ হোৱে নাশ॥ ২৮৭
হেন শুনি সুকণ্ঠীয়ে উঠিলা সত্বৰে।
আগভৈলা সুকণ্ঠী পাছত দামোদৰে[১৪৭]॥
এইমতে যেনে তেনে ৰাত্ৰি ভৈলা ক্ষয়।
ৰাধাক দেখিলা কৃষ্ণে প্ৰভাত সময়॥ ২৮৮
ৰাধিকায়ো দূৰে দেখি মাধৱৰ গায়।
গোপিনী আলাপ চিহ্ন দেখিবাৰে পায়[১৪৮]॥
পুনু ৰোষ পাতিলা ৰাধিকা ক্ৰোধভাৰে।
অধোমুখে ৰহিলন্ত কৃষ্ণক নচাৱে॥ ২৮৯
মাধৱে দেখন্ত ৰাধিকাৰ ক্ৰোধ বৰ।
ভয়ে তান ওচৰ নচাপে দামোদৰ[১৪৯]॥
অনেক বচন বুলিলন্ত দেৱহৰি।
দণ্ডে যুগ যায় মোৰ তোমাক সুমৰি॥ ২৯০

(১৪৭) দামোদৰে=গদাধৰে।
(১৪৮) দেখিবাৰে পায়=দেখে সৰ্ব্বগায়।
(১৪৯) মাধৱে দেখন্ত······দামোদৰ=
কৃষ্ণে যে দেখন্ত ৰাধিকাৰ ক্ৰোধ বৰ।
ডৰে তাৰ ওচৰ চাপিলা গদাধৰ॥



তুমি মোৰ গতিমতি তুমি মোৰ প্ৰাণ।
তুমি বিনে সংসাৰ বান্ধৱ নাহি আন॥
কৰযোৰ কৰি কহো নকৰিবা ভিন।
কাম সাগৰত বুৰো[১৫০] চপাই মোক কিন॥ ২৯১
তথাপি ক্ৰোধত ৰাধা নোতোলন্ত মাথ।
মহাভয়ে কাতৰ কৰন্ত জগন্নাথ॥
দেখাইলন্ত কামাতুৰ পুৰুষৰ ভাৱে।
প্ৰণিপাতে নামিলা ৰাধাৰ দুই পাৱে॥ ২৯২
কৃষ্ণৰ কপালে ৰাধাৰ আলতা লাগিল।
দেখি দূতীগণে সৱে[১৫১] বেঢ়িয়া হাসিল॥
তথাপিতো ৰাধা নুবুলিলা প্ৰিয়বাক।
কৰযোৰ কৰি চাই ৰহিলা ৰাধাক[১৫২]॥ ২৯৩
ৰূপক তালৰ ৰাগ ভৈৰবী উত্তম।
শুনিয়োক ৰাগৰ লক্ষণ মনোৰম॥
শ্যামবৰ্ণ দীৰ্ঘকেশ ৰূপৱতী কন্যা।
মৃদুতৰ কোমল বচন অতি ধন্যা॥ ২৯৪
পীতবস্ত্ৰ মালাখণ্ড খোপাত শোভয়।
লোহিত চন্দনে আতি দেহা প্ৰকাশয়॥

(১৫০) বুৰো=মজো।
(১৫১) দূতীগণসৱে=সৱে সখীগণে।
(১৫২) কৰযোৰ কৰি ····ৰাধাক=
আশ্বাস কৰিয়া বুলিলন্ত মাধৱক।

প্রিয়াসঙ্গে মনোৰঙ্গে খেলে সখি মিলি।
ইসব লক্ষণে যে ভৈৰবী ৰাগ বুলি॥ ২৯৫
ৰাধিকা বচন বোলে মাধৱক চাই।
ইটো ঘোৰ ৰজনী বঞ্চিলা যাৰ ঠাই॥

ফিৰি যায়ো দামোদৰ সিজনীৰ পাশ।
আমাক মিছাতে কেনে কৰি আছা আশ[১৫৩]॥ ২৯৬
আটায়ে[১৫৪] ৰজনী গোপী আলাপিলা সুখে।
তাম্রবর্ণ দুইচক্ষু ওজাগৰ মুখে॥
চক্ষুক চাহন্তে চিনি ভালমন্দ লোক।
দেখিবে নপাৰো আৰো অন্তৰ হয়োক॥ ২৯৭
ভালমন্দ ঠাই ঠাই জানিছো বিচাৰি
জলৰ সোতত যেন শৱ থাকে পৰি[১৫৫]
সুতিবাৰ ভাল ঠাই নিচিনা জগতে
ভাল নাৰী যি জনী চিনিবা কেনমতে॥ ২৯৮
বিচাৰিয়া পায়া আছা নাৰী মনোৰম।
জগততে চঞ্চল নাহিকে লক্ষ্মীসম॥
তোৰ ভার্য্যা লক্ষ্মী ভৈলা জানে ত্রিভুবনে।
তাই ভিন্ন দুইবে হেন পতিয়াবে কোনে॥ ২৯৯

---

(১৫৩) আমাক মিছাতে……আশ=
ৰাধিকাক কিসক মিছাতে কৰা আশ।
(১৫৪) আটায়ে=সকল।
(১৫৫) জলৰ সোতত……পৰি=
জলতেসে ৰস যেনমত থাকে পড়ি॥



তাইৰ যেন লক্ষণ দেখিছে সুৰাসুৰ
এতেক স্বভাৱ দুয়ো নাৰীপুৰুষৰ[১৫৬]॥
ৰাধাবিনে জগতে নেদেখা আনলোক
এনুৱা কপট বাক্য নুবুলিবা মোক॥ ৩০০

ৰাত্রিৰ বিহাৰে হৰি আছিলা যিজনী।
সি জনীৰ পাশে চলি যায়োক আপুনি॥
মাধৱে বোলন্ত নকহিবা মোৰ দোষ
ৰাত্রিগোট গোঁৱাইলো কৰিয়া অসন্তোষ॥ ৩০১

তোমাক নপাই ৰাত্রি গোঁৱাইলো দুর্ঘোৰ।
সি কাৰণে ৰাতুল নয়ন দেখি মোৰ॥
জানি আছো আপুনি তুমিসে মোৰ প্রাণ।
সি কাৰণে বোলো নকৰিবা অপমান॥ ৩০২

ৰাধিকা বোলন্ত কথা শুনিয়োক মোৰ
মনুষ্য সে দেখিলে ধৰিবে পাৰে চোৰ
যদি তুমি নৰমিলা গোপ কন্যাগণ
গোপিনীৰ চক্ষুৰ কাজল বিতোপন॥ ৩০৩

কিমতে লাগিছে প্রভো ওঁঠত তোমাৰ।
চুমা দিলা চক্ষুত জানিলো তাসম্বাৰ[১৫৭]॥

---

(১৫৬) এতেক স্বভাৱ……পুৰুষৰ=
একহি স্বভাৱ দুয়ো তিৰি ভতাৰৰ।
(১৫৭) চুমা দিলা……তাসম্বাৰ=
চুমা দিলা নাৰীৰ চক্ষুত নিৰন্তৰ।

হেন কামাতুৰ নৰ আছে কোন জন।
মুখ এৰি চক্ষুত আছে কৰিয়া চুম্বন ॥ ৩০৪

মাধৱে বোলন্ত ক্ৰোধ নকৰিবা মনে।
শুনিয়োঁ ওঁঠত কাজল লাগে যি কাৰণে[১৫৮] ॥
তোমাক নপাই মই কান্দিলো বিস্তৰ।
আপোনাৰ চক্ষুৰ কাজল নিৰন্তৰ[১৫৯] ॥ ৩০৫

লোতকৰ বেগে আসি পৰিলা ওঠত।
চক্ষুমল[১৬০] লাগিলেক পীত বসনত ॥
ওঠৰ কাজল দেখা সেহিসে কাৰণে।
এতেক অৱস্থা মোৰ তোমাৰ নিদানে ॥ ৩০৬

আকে জানি খঙ্গ মোক নকৰিবা ৰায়[১৬১]।
মৰা যেন মাতো মই তোমাক ডৰাই[১৬২] ॥
ৰাধিকা বোলন্ত কৃষ্ণ নামাৰিবা মোক।
কথাক কহন্তে জানে ভালমন্দ লোক ॥ ৩০৭

---

(১৫৮) হেন কামাতুৰ······যি কাৰণে=
এই পদ কেইটা সমিতিৰ পুথিত নাই।

(১৫৯) আপোনাৰ চক্ষুৰ······নিৰন্তৰ=
ভ্ৰূৰৰ অঞ্জন আসি লাগিল অধৰ।

(১৬০) চক্ষুমল=মলচন্তে।

(১৬১) ৰায়=আৰ।

(১৬২) মৰা যেন······ডৰাই=
মৰা যেন মত মঞি নিদানে তোমাৰ।



গোপিনীৰ খুৰ নখ হৃদয়ত পায়।
সাঞ্চ বান্ধি আছে আঁচোৰৰ ঠায়ে ঠায় ॥
চক্ষুৰ অঞ্জনে ওঠ কলা আছে পৰি।
হৃদয়ত আঁচোৰ লাগিল কেনে কৰি ॥ ৩০৮

কামবন্ধে ধৰন্তে গোপীৰ নখবৰ।
শৰীৰত আঞ্চোৰ লাগিছে নিৰন্তৰ ॥
ফুটো ফুটো কৰে যেন সমস্ত গাৰত[১৬৩]।
সুবৰ্ণৰ ৰেখা যেন কষটি শিলত ॥ ৩০৯

গোপিনী আলাপ যদি নকৰিলা হৰি।
তেৱে গাৰে আঞ্চোৰ হৈলেক কেনে কৰি ॥
মাধৱে বোলন্ত ৰাধা শুনা মোৰ বাক।
কুঞ্জবনে[১৬৪] বিচাৰিয়া ফুৰিলো তোমাক ॥ ৩১০

কণ্টকৰ মাঝে বিচাৰিলো থানে থানে।
শৰীৰত আঞ্চোৰ লাগিল সি কাৰণে ॥
বনত বিচাৰি দুঃখ পাইলো যত লাগে।
আমাৰ অৱস্থা আৰ পুছিবে না লাগে ॥ ৩১১

আজিৰ সম্বন্ধে[১৬৫] নতু দেখো গোপীলোক।
বিনা দোষে অকাৰণ নিন্দা কৰা মোক ॥

---

(১৬৩) ফুটো ফুটো······গাৰত=
ফুট ফুট কৰে তেজ বহে সৰ্ব্বগাৰ।

(১৬৪) কুঞ্জবনে=মঞ্জুবনে।

(১৬৫) আজিৰ সম্বন্ধে=আজিৰ সন্ধিত।

ৰাধিকা বোলন্ত মিছা কথা শুনি মৰো।
দুৰ্জ্জনৰ সঙ্গে আৰ থাকিবে নোৱাৰো।[১৬৬] ॥ ৩১২

গোপিনীৰ ভৰিৰ আলতা যতমানে।
হৃদয়ত তোমাৰ লাগিছে কি কাৰণে ॥
ভাণ্ডিবে নালাগে কথা চিনিলো দেখন্তে।
ক্ৰৌঞ্চ বান্ধ ধৰিছিলা গোপীক ৰমন্তে। ৩১৩

পিঠি ভাগে হস্ত পুৰুষ কোলে[১৬৭] শিৰ।
আপোনাৰ হৃদয়ত চৰণ গোপীৰ ॥
এহিমতে ক্ৰৌঞ্চবান্ধ ধৰন্তে সতত।
গোপিনীৰ আলতা লাগিছে হৃদয়ত ॥ ৩১৪

যদি নতু পোৱা দেখিবাক গোপনাৰী।
তেবে কেন্ গাৰত যে আলতাৰ শাৰী ॥
মাধৱে বোলন্ত কথা শুনিয়ো শ্ৰৱণে।
পৰিহাস কৰিলেক গোপ কন্যাগণে[১৬৮] ॥ ৩১৫

গোধূলিকা বসি আছো কদম্বৰ তলে।
চিতা মাৰিলেক মোক ৰক্ত চন্দনৰ ॥
অকাৰণে মোক দোষ নিদিবা নজানি।
তাসম্বাত ইটোকথা পুছিবা আপুনি ॥ ৩১৬

---

(১৬৬) ৰাধিকা বোলন্ত……নোৱাৰো=
এই দুটা পদ সমিতিৰ পুথিত নাই।
(১৬৭) পুৰুষ কোলে শিৰ=স্বপদকোল শিৰ।
(১৬৮) গোপকন্যাগণে=গোপশিশুগণে।



ৰাধিকা বোলন্ত কথা শুনি লাগে ডৰ।
জানিলো[১৬৯] পুৰুষ মিছা বোলয় বিস্তৰ ॥
চুম্বিতে কামোৰ দিলা গোপকন্যাগণ
দুয়োগালে সাঞ্চ বান্ধি আছে থানে থান ॥ ৩১৭

দশনৰ কামোৰে তোমাৰ গাৱে[১৭০] ঘাৱ।
গোপীৰ কৰ্ম্মক দেখি মোৰ পোৰে গাৱ ॥
তযুগাৱে ঘাৱ ভৈলা দুখ মোৰ বৰ।
ৰাধাকৃষ্ণ একে বুলি জানে নিৰন্তৰ ॥ ৩১৮

সি কাৰণে তোমাৰ দুখত গাৱ পোৰে[১৭১]।
দেখিবে নপাৰো এৱে গুছিয়ো সত্বৰে ॥
জানা যদি ভাল হোৱে গোপকন্যাগণ।
চুম্বন্তে কামোৰ তেবে খাইলা কি কাৰণ ॥ ৩১৯

হেন শুনি উত্তৰ নিদিলা দামোদৰ[১৭২]।
ৰাধিকাৰ অধিক জ্বলিলা ক্ৰোধ বৰ ॥
নিৰাশা কৰিয়া ৰাধা ভৰ্চ্ছিলা অনেক।
নিদাৰুণ বুলি তুমি জানিলো প্ৰত্যেক ॥ ৩২০

---

(১৬৯) জানিলো=জানিছো।
(১৭০) গাৱে=গলে।
(১৭১) সি কাৰণে……পোৰে=
সি কাৰণে তোৰ দুখে পোৰ গাৱ পোৰে।
(১৭২) হেন শুনি……দামোদৰ=
হেন কথা শুনি নিৰুত্তৰ দামোদৰ।

তযু অৰ্থে আশা কৰি পৰি আছো বনে
আশা দিয়া আমাক বঞ্চিলা কোন[১৭৩] থানে ॥
এতেক বুজিলো তযু মন সে কাৰণ।
বাহিৰে ভিতৰে তযু কালিয়া বৰণ ॥ ৩২১

সি কাৰণে তযুসঙ্গে নকৰিবো মিত্ৰ।
বালক কালৰ তযু[১৭৪] শুনিছো চৰিত্ৰ ॥
গোকুলে জন্মিলা তুমি সুকুমাৰ আতি।
শুনি নাৰীগণে গৈয়া চাৰে দিনে ৰাতি ॥ ৩২২

কংসৰ ভগিনী[১৭৫] নাৰী পুতনা সুশীলা[১৭৬]
তেহো ৰঙ্গে গোকুলত চাহিবে আসিলা ॥
ঘৰত আছাহা তুমি শয্যাত ঘুমাই
কংসৰ ভগিনী তাতে দেখিলন্ত যাই ॥ ৩২৩

পৰমস্নেহত দেখি শিশুৰ লক্ষণ
আথেবেথে তোমাৰ মুখত দিলা স্তন[১৭৭] ॥

---

(১৭৩) আশা দিয়া……থানে=
আশা দিয়া নৈৰাশ কৰিলা কি কাৰণে।
(১৭৪) তযু=পৰা।
(১৭৫) ভগিনী=বহিনী।
(১৭৬) সুশীলা=শুনিলা।
(১৭৭) পৰমস্নেহত……দিলা স্তন=
পৰমস্নেহত তোক দেখি সুলক্ষণ
লুণ্ডিঘুণ্ডি তোমাৰ মুখত দিলা স্তন ॥



হৃদয় কোমল নাৰী পৰম সুঠান
না জানিলা তোমাৰ কপট হেন ঠান ॥ ৩২৪

তুমি যেন তাইক গতি দিলা যথোচিত।
স্তনক হুম্পিলা[১৭৮] তাইৰ প্ৰাণ সমন্বিত ॥
দায়া নপজিল তযু পুতনাৰ হন্তে।
নাৰী খাইবে আৰম্ভিলা সেই দিনা হন্তে ॥ ৩২৫

সি কাৰণে বিশ্বাস নকৰো মই আৰ।
নাৰীৰ সম্বন্ধে তুমি[১৭৯] ৰাক্ষস আকাৰ ॥
তযু হন্তে[১৮০] তিয়াগিলো পতিপুত্ৰ ঘৰ।
এবে আন নাৰী পাই আমি ভৈলো পৰ ॥ ৩২৬

সতিনীক দেখন্তে মৰণ মোৰ ভাল।
ফিৰি যাওঁ তোমাক নমাতো একো কাল ॥
এহি বুলি ৰাধিকা কৃষ্ণৰ এৰি আশ।
সলোতক নেত্ৰে মুখ কৰিলন্ত পাশ ॥ ৩২৭

মাধৱৰ লাজে ভয়ে বিষণ্ণ বদন[১৮১]।
সুকণ্ঠীৰ মুখক চাহন্ত ঘনে ঘন ॥

---

(১৭৮) হুম্পিলা=শুহিলা।
(১৭৯) তুমি=তঞি।
(১৮০) তযুহন্তে=তোৰ অৰ্থে।
(১৮১) মাধৱৰ……বদন=
মাধৱৰ লাজে ত্ৰাসে নিস্পান দশন।

আগ যাচি[১৮২] জিজ্ঞাসিয়া মৃদুত্তৰ বাক।
অনন্তৰে সুকণ্ঠীয়ো বুলিলা ৰাধাক॥ ৩২৮

শুনা ৰাধা অসন্তোষ কৰা অকাৰণে।
কৃষ্ণক এৰিছা সতিনীৰ দোষে কেনে॥
ধৃতি পুষ্টি আদি কৰি মহাবিদ্যা গণ।
কৃষ্ণক ভজিছে সৱে এৰি আনমন॥ ৩২৯

যজ্ঞ ব্ৰত তপফল তিয়াগি ভজিলা।
তাসম্বেৰো[১৮৩] সতিনীৰ দোষ নজানিলা॥
ত্ৰিভুবন মাতা লক্ষ্মী সমুদ্ৰ দুহিতৃ।
দেৱাসুৰগণে বাঞ্ছিলেক চতুৰ্ভিতি॥ ৩৩০

সবাক তেজিয়া আসি হৰিক ভজিলা।
তেহোঁ কিবা সতিনীৰ বোষ নজানিলা[১৮৪]॥
মহা ৰূপৱতী অতি সৰস্বতী মাই।
বাক্যৰূপে থাকে জগতকে প্ৰৱৰ্ত্তাই॥ ৩৩১

ত্ৰিভুবনে বৰ বাচি কৃষ্ণক ভজিলা।
তেহোঁ কিবা সতিনীৰ দোষ নজানিলা[১৮৫]॥

---

(১৮২) আগ যাচি=আগ-পাচ
(১৮৩) তাসম্বেৰো=তাসম্বেকি
(১৮৪) তেহোঁ ·····নজানিলা=
হৰিৰ নিমিত্তে আসি সমস্তে ত্যাগিলা।
(১৮৫) মহাৰূপৱতী······নজানিলা=
এই চাৰিটা চৰণ সনিতিৰ পুথিত নাই।



দেখা কেনেভাৱে সঙ্গী গোপকন্যা যত।
মাধৱক ভজি পুৰিলেক মনোৰথ॥ ৩৩২
তুমি মাত্ৰ কিবা কাৰ্য্যে পাৱা বহু কষ্ট॥
অকাৰণে আপোন আনন্দ কৰা নষ্ট॥
সুকণ্ঠীৰ বাক্য শুনি আনন্দ অপাৰ।
তেতিক্ষণে মিলিলেক সুজন ৰাধাৰ[১৮৬]॥ ৩৩৩
সতিনীৰ দোষ এৰি জানি হিতসাৰ।
আগবাঢ়ি কৃষ্ণক কৰিলা নমস্কাৰ॥
মাধৱেও সাদৰে তুলিলা দুয়োহাতে।
পৰম আনন্দ আতি ভৈলা জগন্নাথে[১৮৭]॥ ৩৩৪
ৰত্নাৱলী দূতীক[১৮৮] সাদৰি ৰাধাৰায়।
পুষ্পৰ গৃহত ৰাধা প্ৰৱেশিলা যায়॥
ঐকে আহা বুলি ৰাধা মাতিলা সাদৰি।
হেন শুনি মহাৰঙ্গে চলিলন্ত হৰি॥ ৩৩৫
হেন শুনি ৰত্নাৱলী পথ ঢাকি বোলে।
তুমি চলি যাৱা প্ৰভু ৰাধিকাৰ কোলে[১৮৯]॥

---

(১৮৬) সুকণ্ঠীৰ······ৰাধাৰ=
সুকণ্ঠীৰ বচন অমৃত বৃষ্টিধাৰ।
শুনি প্ৰাণ আসিলেক আনন্দ ৰাধাৰ॥
(১৮৭) জগন্নাথে=যেন মতে।
(১৮৮) দূতীক=যুৱতীক
(১৮৯) তুমি চলি······কোলে=
ইটো কৃষ্ণ চাপি আছা ৰাধিকাৰ কোলে॥

জগত ঈশ্বৰী ৰাধা ভগৱতী আই।
তান সঙ্গ পাইবা দানপুণ্য কিছো নাই॥ ৩৩৬

প্ৰকৃতি গোসিনী এহোঁ জানা সত্যবাক।
তান পাশে নিবো তেবে কিদিবা আমাক॥
হেন শুনি সংকোচি[১৯০] ৰহিলা নাৰায়ণে।
সুকণ্ঠীৰ মুখক চাহন্ত ঘনে ঘনে॥ ৩৩৭

বিস্মিত বিঘিনি মিলে অনৰ্থৰ মূল।
হেন শুনি সুকণ্ঠী বদতি অনুকূল॥
সুকণ্ঠী বোলন্ত শুনা ৰত্নাৱলী সখী।
হাসি উঠে তোমাৰ এনুৱা[১৯১] কৰ্ম্ম দেখি॥ ৩৩৮

সবাৰে ঈশ্বৰ কৃষ্ণ জগতৰে স্বামী।
কত পুণ্যবলে পাই আছো তুমি আমি॥
তাহাঙ্ক ভজিলে আন দান পুণ্য লাগে।
ধিক ধিক ইটো কথা শুনিতে নালাগে॥ ৩৩৯

ৰত্নাৱলী বোলে সখী শুনিয়ো উত্তৰ।
ৰাধিকাত কৰি আন আছে কোন বৰ॥
চৰাচৰ উৎপত্তি ব্ৰহ্মাও যাৰ কাম।
তিনি গুণময় যে প্ৰকৃতি যাৰ নাম॥ ৩৪০

---

(১৯০) সংকোচি=থমকি।
(১৯১) এনুৱা=নিন্দিত।



সত্ত্ব গুণে দেৱ ৰজ তম গুণে নৰ।
উত্তম অধম গুণে যত চৰাচৰ[১৯২]॥
অন্তকালে জগতক উদৰত কৰি।
থাকন্ত আপুনি নিজ সৃষ্টিক সংহৰি॥ ৩৪১
অনাদি গোপিনী দেবী চৰাচৰ বশ্য।
ইন্দ্ৰ আদি দিগ্‌পাল ব্ৰহ্মাৰ নমস্য॥
এতেকে শুনিয়া দেখা এন্তে কোন বৰ।
হেন শুনি সুকণ্ঠীয়ে দিলন্ত উত্তৰ॥ ৩৪২
তোৰ দেবী গুণে তিনি ভুবন ঈশ্বৰ।
তান আজ্ঞা পালি সৃজে যত চৰাচৰ॥
প্ৰলয়ত বিশ্বখান যাহাৰ[১৯৩] অধীন।
অল্লেসে অন্তৰ মাধৱত যায় লীন॥ ৩৪৩
যি জন সকামী প্ৰকৃতি গুণময়।
নিষ্কামী সে ভাগৱত ধৰ্ম্মক জানয়॥
আশা সমুদ্ৰত মগ্ন প্ৰকৃতিৰ গুণে
সি জনে[১৯৪] কৃষ্ণৰ সেৱা জানিবে কেমনে॥ ৩৪৪
তৃণ সম কৰি তেজে ইন্দ্ৰৰ[১৯৫] সম্পত্তি
যিজনৰ কৃষ্ণত একান্ত ভৈল মতি॥

---

(১৯২) উত্তম অধম····· চৰাচৰ=
তমত অসুৰ দেৱীময় চৰাচৰ।
(১৯৩) যাহাৰ=কৃষ্ণৰ।
(১৯৪) সিজনে=তেসম্বে।
(১৯৫) ইন্দ্ৰৰ=ইন্দ্ৰিয়।

কৃষ্ণৰ চৰণে[১৯৬] যদি নকৰে নিশ্চয় ।
নিজ থানে ব্ৰহ্মাৰ হুগুছে কাল ভয় ॥ ৩৪৫

ৰত্নাৱলী জানা সখি নাই কিছো ভিন ।
প্ৰকৃতি পুৰুষ দুয়ৰো জগত অধীন ॥
তেওঁ[১৯৭] বিদ্যা শক্তি এওঁ[১৯৮] ভগৱন্ত সাৰ ।
মহাযোগীগণে যাক কৰিছে বিচাৰ ॥ ৩৪৬

কৃষ্ণসে ঈশ্বৰ এওঁ জগত ঈশ্বৰী ।
অকাৰণে দুয়ো সখী মৰো দ্বন্দ্ব কৰি ॥
হেন শুনি কৃষ্ণৰ মনত ভৈলা সাস ।
লাহে লাহে চলি গৈলা ৰাধিকাৰ পাশ ॥ ৩৪৭

কতো দূৰ যান্তে আনন্দৰ পাৰ নাই ।
ৰত্নাৱলী বাট ভেটি ৰাখিলা দুনাই ॥
কৈলে[১৯৯] যোৱা প্ৰভো তুমি কহিয়ো আমাত
গোপিনী আলাপ চিহ্ন সকলে গাৱত ॥ ৩৪৮

এহিমতে চলিবাহা নকৰিবা স্নান ।
তোমাৰ সমান প্ৰভো নাহিকে টেণ্টন[২০০] ॥

---

(১৯৬) চৰণে=ভজনে ।
(১৯৭) তেওঁ=তেহে ।
(১৯৮) এওঁ=এহে ।
(১৯৯) কৈলে=কোথা ।
(২০০) তোমাৰ সমান······টেণ্টন=
মনোদুখে ৰাধিকা কৰিব অপমান ।



ধিক ধিক পৰৰ এৰাক খাইবে লাগে[২০১] ।
ঢপলা পিটিয়া কহে গোবিন্দৰ আগে ॥ ৩৪৯
নিৰুত্তৰ কৃষ্ণ সুকণ্ঠীৰ মুখ চাই ।
দেখাইলন্ত কামাতুৰ জনৰ বিলাই ॥
কামাতুৰ ভৈলে নাই তাৰ লাজ ডৰ ।
যেই বোলে তাকে কৰে পোষণ বান্দৰ ॥ ৩৫০
ৰাত্ৰিদিনে কামিনীৰ পালি থাকে আশ ।
স্ত্ৰী ভৈলা ৰাজা কামাতুৰ ভৈলা দাস ॥
জগত ঈশ্বৰ কৃষ্ণ দেখায়া বিপত্তি
কৰযোৰে সুকণ্ঠীয়ে কৰন্ত কাকুতি ॥ ৩৫১
সুকণ্ঠীয়ো কিছু নপাৰিলা বুলিবাক ।
ৰত্নাৱলী কৃষ্ণক নিলন্ত যমুনাক[২০২] ॥
কৃষ্ণয়ো জলত গৈয়া নামা হেন দেখি ।
অষ্টোত্তৰ শত বুৰ দিয়াইলন্ত লেখি ॥ ৩৫২
দিব্যবস্ত্ৰে ভূষিত কৰাইলা মাধৱক ।
লৈয়া গৈলা ৰত্নাৱলী ৰাধাৰ পাশক ॥
নিকুঞ্জ মন্দিৰে প্ৰৱেশিলা দেৱহৰি[২০৩] ।
দেখি ৰাধা গোসানী উঠিলা আগবাঢ়ি[২০৪] ॥ ৩৫৩

---

(২০১) এৰাক খাইবে লাগে=
অধীন হুইবে লাগে ।
(২০২) ৩৫০ নং পদৰ তৃতীয় চৰণৰ পৰা ৩৫২ নং পদৰ দ্বিতীয় চৰণলৈকে সমিতিৰ পুথিত নাই ।
(২০৩) দেৱ হৰি=বনমালী ।
(২০৪) আগবাঢ়ি=গাৱচালি ।

আগবাঢ়ি পুষ্পৰ শয্যাক দিলা পাৰি।
দেখি ৰত্নাৱলী পখালিলা দুইভৰি॥
ধ্বজ বজ্র আছে যাত অঙ্কুশ কমল।
ৰত্নাৱলী ঢালিলা শিৰত[২০৫] সেহি জল॥ ৩৫৪

যাহাক ধিয়ানে হৰি খুজিয়া নপান্ত।
যোগীগণে মহাতপ কৰি যাক চান্ত॥
হেন জল ৰত্নাৱলী শিৰত ঢালিলা।
আপোনাৰ জন্ম সিটো সাফল কৰিলা॥ ৩৫৫

ৰাধা মাধৱক দুইকো কৰি একঠাই।
ধূপ দীপ তাম্বুল-জল আগবঢ়াই[২০৬]॥
দ্বাৰ বান্ধি বাজ ভৈলা লোকক নিবাৰি।
সুকণ্ঠীয়ে দেখাইলন্ত সবাক অন্তৰি[২০৭]॥ ৩৫৬

আনো সখীসৱ গৈলা কৃষ্ণক সুমৰি।
মনোৰথ ৰাধাৰ পুৰন্ত দেৱহৰি॥
ৰাধাদেৱী অমৃতসাগৰে দিলা বুৰ[২০৮]।
প্ৰেমৰসে আপোনাক ভুঞ্জাই প্ৰচুৰ[২০৯]॥ ৩৫৭

---

(২০৫) শিৰত=মাথাত।

(২০৬) ধূপ……আগবঢ়াই=
গৃহগোট সাজি কৰিলেক শুদ্ধভাৱ।

(২০৭) সুকণ্ঠীয়ে……অন্তৰি=
সুকণ্ঠীক দেখাইলন্ত গন্দঙ্গা মাৰি।

(২০৮) দিলা বুৰ=বুৰ দিলা।

(২০৯) প্ৰেমৰসে ……প্ৰচুৰ=
প্ৰেমৰসে আপোন শৰীৰ পাসৰিল।



যাক দেখি দেৱতাগণৰ ভোল মতি।
চন্দ্ৰে পাসৰিয়া গৈলা আপোনাৰ গতি॥
মহাদীৰ্ঘ ৰজনী ভৈলেক সিকাৰণে।
জগতৰ কৌতূক মিলিলা বৃন্দাবনে॥ ৩৫৮

এহিমতে মাধৱ আচন্ত ৰঙ্গে তথা।
শুনিয়োক সভাসদ গোপিনীৰ কথা॥
কৃষ্ণক নাদেখি তাৰা অসন্তোষ মনে।
এৰিলেক মন দুখে ক্ৰীড়াক তেখনে[২১০]॥ ৩৫৯

কৃষ্ণক বিচাৰি তাৰা নাপাইলেক তথা।
ৰাধাৰ সখীত সৱে মাতি পুছে কথা॥
ৰাধিকাৰ সতিনী শুনিয়ো চন্দ্ৰাৱায়।
কোনখানে গৈয়া আছে মাধৱ গোঁসাই॥ ৩৬০

দেখিলে কৃষ্ণক জীওঁ নাদেখিলে মৰি।
কোন খানে গৈয়া আছে কোনে নিলা হৰি॥
সৱাকে বঞ্চিয়া দুৰাচাৰী কোন নাৰী।
আমাৰ জীৱন ধন কোনে নিলা কাঢ়ি[২১২]॥ ৩৬১

---

(২১০) ক্ৰীড়াক তেখনে=ক্ৰীড়া সেহি স্থানে।

(২১১) কোনখানে……গোঁসাই=
কোনস্থানে গৈলা প্ৰভু মাধৱ গোসাঁই।

(২১২) ৩৬১ নং পদটোৰ এই দুশাৰীহে সমিতিৰ পুথিত আছে,
"দেখিলে কৃষ্ণক জীঞো নেদেখিলে মৰি।
কোনেনো পাপিষ্ঠী নিলে মাধৱক হৰি॥"

হেন শুনি ৰাধাৰ সতিনী কথা কহে।
আকুল নহৈবা তোৰা কৃষ্ণৰ বিৰহে॥
ৰাধিকা সখীৰ থানে আছে দামোদৰ।
নিকুঞ্জ মন্দিৰে ৰাধা সমে একেশ্বৰ[২১৩]॥ ৩৬২

সুকণ্ঠী সহিতে আমি আছিলো সিঠাই।
ৰত্নাৱলী আমাকে খেদাইলা অন্তৰাই॥
হেন শুনি গোপীগণে ৰঙ্গ[২১৪] ভৈলা বৰ।
কৃষ্ণক বিচাৰো বুলি ভৈলেক অন্তৰ॥ ৩৬৩

গোপীসৱে বনমাজে বিচাৰিলা বৰ।
বিচাৰন্তে প্ৰকাশ হুইলেক চন্দ্ৰৰ॥
তৃণক দুই ফাল[২১৫] কৰি চাহিলা[২১৬] বিচাৰি।
নিকুঞ্জ মন্দিৰে থাকি কৃষ্ণে পাইলা সাৰি॥ ৩৬৪

মাধৱ বদতি ৰাধা শুনা মোৰ বাক।
শুনা গোপীগণে আসে বিচাৰি তোমাক॥
মই আনপথে যাই দেখা[২১৭] দেওঁ আগে।
তুমি গোপীগণক ইঠাৱে ধৰা লাগে॥ ৩৬৫

(২১৩) একেশ্বৰ=একত্তৰ।
(২১৪) ৰঙ্গ=ৰঙ্গ।
(২১৫) দুইফাল=দুইখান।
(২১৬) চাহিলা=ফুৰিলা।
(২১৭) দেখা দেওঁ=চিনা দেওঁ।



ইঠাৰতে পাইলে উপহাঁসিবে তোমাক[২১৮]।
এতেকতে[২১৯] অন্তৰোহোঁ আজ্ঞা দিয়া মোকে॥
ৰাধায়ে বোলন্ত প্ৰভো এৰিতে নপাৰি।
তোমাৰ বিৰহে ক্ষেণতকে যাইবো মৰি॥ ৩৬৬
তুমি বৰ দাৰুণ মনত নাই শোক।
কতদিন ভৈল[২২০] এৰি যাইবে খোজা মোক॥
ভাগ্যবশে যেই হোক যদি প্ৰাণে মৰি।
তথাপি তোমাক মই এৰিতে নপাৰি॥ ৩৬৭
শুনিয়োক সভাসদ ভকতি নিৰ্ম্মল।
দেখা গোপীগণৰ ভৈলেক যেনে ফল॥
যাৰ নাম শুনি কাল মৃত্যু হোৱে ত্ৰাস[২২১]।
জানিয়া কৃষ্ণক ভজা কৰিয়া বিশ্বাস॥ ৩৬৮
পুত্ৰে যদি ভক্তি কৰে পিতৃগণ তৰে[২২২]।
স্বৰ্গত থাকন্ত সুখে আনন্দ সবাৰে[২২৩]॥
অমৃতক ভুঞ্জে জ্ঞাতিগণ সঙ্গ পাই।
বৈকুণ্ঠক যাই চলি আনন্দ বঢ়াই॥ ৩৬৯

(২১৮) ইঠাৰতে······তোমাক=
যদি আত লাগ পায় পাইবো বৰ দুখ।
(২১৯) এতেকতে=আক জানি।
(২২০) কতদিন ভৈল=কোন দোষে কৃষ্ণ।
(২২১) যাৰ নাম····· ত্ৰাস=
মৃত্যুৱো যাহাৰ নাম শুনি হোৱে ত্ৰাস।
(২২২) তৰে=তাৰ।
(২২৩) সবাৰ=অপাৰ।

আকে জানি ভজিয়োক কৃষ্ণ একমনে।
কহে ৰাম সৰস্বতী কৃষ্ণৰ চৰণে॥
বৈকুণ্ঠক যাইবা যেবে এৰা আন কাম[২২৪]।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ৩৭০

## দুলড়ী

নমো নাৰায়ণ নিত্য নিৰঞ্জন
অৰুণ চৰণে গতি
ভক্তিধনে কিনি উদ্ধাৰা আপুনি
কহে ৰাম সৰস্বতী॥ ৩৭১
ৰাধা নিগদতি কৃষ্ণক সম্বোধি
আমাক নেৰিবা নাথ
তোমাৰ বিৰহে অগ্নি জ্বলে দেহে
সুমৰিয়া মোৰ গাত॥ ৩৭২
ইঠাৰতে প্ৰভো থাকিতে নপাৰি
জানো আসি খেদি পায়।
সবাকো নিবোধি এহি কৰা বুধি[২২৫]
নিয়ো মোক পলুৱাই॥ ৩৭৩

(২২৪) বৈকুণ্ঠক ·····কাম=
শুনিয়োক সভাসদ এৰি আন কাম।
(২২৫) এহি কৰা বুদ্ধি=জানা হিত বুদ্ধি।



কাকো নাই শোক নেৰিবাহা মোক
নিয়োক যিথানে পাৱা
তোমাৰ বিৰহে শৰীৰ নসহে
এৰিলে ক্ষণেকে মৰা॥ ৩৭৪

## ছবি

শুনিয়া তেখনে হৰি পলাইবাক মনে কৰি
ৰাধিকাক ধৰিলন্ত হাতে।
ৰাধিকাক কৰি আগ কাহাকো নেদন্ত লাগ
পলাইবে লাগিলা জগন্নাথে॥ ৩৭৫
কৃষ্ণক মাতন্ত ৰাধা গোপীগণে কৰে বাধা
তোমাৰ অনঙ্গ[২২৬] ৰস সঙ্গ।
জানি আছো গোপীকায়ে মোক ফুৰে বিচাৰিয়ে[২২৭]
সি কাৰণে মোৰ উঠে খঙ্গ॥ ৩৭৬
নিলাজী গোপিনী লোক যি থানে নপাৱে মোক
সেহি থানে নিবা মোক হৰি।
তাতে থাকো যদুৰাজ ঘৰত নাহিকে কাজ
তুমি আমি থাকো ক্ৰীড়া কৰি॥ ৩৭৭

(২২৬) অনঙ্গ=আমাৰ
(২২৭) জানি আছো······বিচাৰিয়ে=
খেদি বাইবে গোপীচয়, দেখিবে নপাৱো মঞি

কৃষ্ণে বোলে প্ৰাণেশ্বৰী    নযাইবো তোমাক এৰি
তুমিসে মোৰ প্ৰাণৰ সয়িতাৰী[২২৮]।
তোমাক গলত বান্ধি    ফুৰিবো বনৰ সন্ধি
গৃহত অধিক ৰঙ্গ কৰি ॥ ৩৭৮

এহি বুলি দেৱ হৰি    ৰাধাক সাৱটি ধৰি
মুখে মুখে দিলন্ত চুম্বন।
ৰাধিকাৰ মুখ চাই    বোলন্ত শুনিয়ো ৰাই
তুমি মোৰ নিজ প্ৰাণ ধন[২২৯] ॥ ৩৭৯

কতো মুখে চুমা দেও    বদন খুলিয়া চাওঁ[২৩০]
আনন্দতে নবহে জীৱন।
মাধৱৰ দেখি ভাৱ    ৰাধাৰ উল্লাস গাৱ
মোৰ সম ধন্যা নাহি আন ॥ ৩৮০

মোত পৰে মাধৱৰ    সুভাগিনী নাহি আৰ
মঞিসে কৃষ্ণৰ প্ৰিয়া সাৰ।
এই দৰ্পে উল্লাসিত    কৃষ্ণক কটাক্ষে চান্ত
মাতিলেয়ো নমাতন্ত আৰ ॥ ৩৮১

---

(২২৮) কৃষ্ণে বোলে ····সয়িতাৰী=
মাধৱে বোলন্ত প্ৰাণ    নযাইবোহো একোখান
তুমি মোৰ প্ৰাণ এৱে সৰি।
(২২৯) নিজ প্ৰাণধন=পৰাণৰ ধন।
(২৩০) বদন খুলিয়া চাও=প্ৰেমে হাসি হাসি চাও।



ভেশ[২৩১] যুৰি ৰোষ কৰি    হেনয় দেখিয়া হৰি
হাতযোৰে কৰন্ত কাতৰ।
কোলে[২৩২] সাৱটিয়া আনি    কতো কহে স্তুতি বাণী
এহি মতে যান্ত দামোদৰ ॥ ৩৮২

গোপীগণে দেখি যাই    নিকুঞ্জ মন্দিৰ পাই
ৰাধা মাধৱৰ সিটো থান।
লভিলেক শোক আতি    ইটে সিটে[২৩৩] কহে মাতি
ইহাতে আছিলা কৃষ্ণপ্ৰাণ ॥ ৩৮৩

বঞ্চিয়া আমাৰ মধু    আতে[২৩৪] আনি ব্ৰজ বধূ
ভুঞ্জিলেক মনে ৰঙ্গ কৰি।
এহি বুলি গোপীলোক    দেখি যায় কৰি শোক[২৩৫]
তাই সে আমাৰ প্ৰাণ বৈৰী ॥ ৩৮৪

এহি মতে দেৱ হৰি    ৰাধিকাক আগ কৰি
কতদূৰ যদি চলি যায়।
কায় কষ্টে[২৩৬] অসন্তোষ    কৃষ্ণত কৰিয়া ৰোষ
ৰাধিকায়ো বসিয়া থাকয় ॥ ৩৮৫

---

(২৩১) ভেশ যুৰি=ঠেস কৰি।
(২৩২) কোলে=গলে।
(২৩৩) ইটে সিটে=অন্যোঅন্যে।
(২৩৪) আতে=আঁৰে।
(২৩৫) দেখি···· শোক=খেদি যান্ত কৰি শোক।
(২৩৬) কায়কষ্টে=মনোদুখে।

হেন দেখি [২৩৭] হাতে ধৰি কাতৰ কৰন্ত হৰি
কি ভৈলা কহিয়ো প্ৰাণেশ্বৰী।
ৰাধিকাৰ বৰ শোক বোলে নমাতিবা মোক
নিদাৰুণ নাই তযু সৰি ॥ ৩৮৬

আগ হুয়া ভাঙ্গো বন সুখ কৰা কোন মনে
মোকেসে জীৱন্তা বোলে লোকে।
আন্টিল মোহোৰ সুখে পথ ভাঙো নাৰীলোকে
নমাতিবা আউৰ তুমি মোকে[২৩৮] ॥ ৩৮৭

বন ভাঙি মৰো আমি পাচে পাচে যোৱা তুমি
এনুৱা পুৰুষ নতু দেখি।
মাধৱে বোলন্ত হেৱা ইটো শোক[২৩৯] পৰিহৰা
আমি বন ভাঙ্গো প্ৰাণ সখী ॥ ৩৮৮

তুমি গতি মতি প্ৰাণ তুমি বিনে নাই আন
কিঞ্চিতেকো মোৰ নাই হেলা।
গোপীগণে আসে খেদি দুৰ্গম বনক ভেদি[২৪০]
ৰোষ কৰিবাৰ নোহে বেলা ॥ ৩৮৯

(২৩৭) হেন দেখি=উঠি গৈয়া।
(২৩৮) নমাতিবা মোক=এহিমানে আন্টিলেক মোক।
(২৩৯) শোক=ৰোষ।
(২৪০) দুৰ্গম······ভেদি=দক্ষিণ পথক ভেদি।



এহি বুলি দেৱ হৰি অনেক কাতৰ কৰি
বন ভাঙি যান্ত দামোদৰ।
বন ভাঙি যদুৰায়[২৪১] ৰাধিকা পাছত ধায়
কুঞ্জবন পাইলা মনোহৰ ॥ ৩৯০

যথা মল্লিকা মালতী শিৰীষ যূতি সেৱতী
গোলাপ বকুল নাগেশ্বৰ।
পাৰিজাত গুটিমালি টগৰ চম্পা শেৱালী
ফুলিয়াছে কদম্ব বিস্তৰ ॥ ৩৯১

সেহি থানে ৰোষ কৰি বসিলেক লাস কৰি
বোলে তোৰ লগে কাৰ্য্য নাই।
পথ হান্টি পালো দুখ দুখ এৰি কৰো সুখ
প্ৰফুল্ল পুষ্প বনে জীয়াই[২৪২] ॥ ৩৯২

(২৪১) বনভাঙ্গি যদুৰায়=আনন্দতে যদুৰায়।
(২৪২) সমিতিৰ পুথিত ৩৯১—৩৯২ নং পদ গোটাই এটা পদ কৰিছে—

"পাৰলী মাধবী চম্পা মধাই মল্লিকা থোপা
নাগেশ্বৰ শিৰীষ এ জাঁই।
সেহি থানে ৰোষ কৰি বসিলেক লাস কৰি
বোলে তোৰ লাগে কাৰ্য্য নাই ॥"

হেন পুৰুষৰ সঙ্গ চলিতে নাহিকো ৰঙ্গ
নাৰীক অকলে এৰি যায়।
এৰিয়া পলোৱা[২৪৩] মোক কিহেনো খেদে তোমাক[২৪৪]
নাৰীক এৰিবে শঙ্কা নাই ॥ ৩৯৩

ফিৰি আসি দেৱ হৰি কাতৰ কৰন্ত ধৰি
প্ৰাণেশ্বৰী এৰিয়োক ৰোষ[২৪৫]।
তোমাৰ চৰণ[২৪৬] সিদ্ধি শিৰৰ ভূষণ নিধি
ধৰি যাওঁ হুয়োক সন্তোষ ॥ ৩৯৪

প্ৰাণেশ্বৰী জুৰ হয়ো অমৃত নয়নে চায়ো
কৰযোৰে কহো বাৰম্বাৰ।
ভকত বৎসল হৰি দেখাইলন্ত লীলা কৰি
কামাতুৰ জনৰ নিকাৰ[২৪৭] ॥ ৩৯৫

শুনিয়োক সভাসদ গীতগোবিন্দৰ পদ
শ্ৰৱণত ভকতি মুকুতি।
যিটোজনে একমনে ৰামকৃষ্ণ বোলে ঘনে
হৈবে তাৰ বৈকুণ্ঠত স্থিতি ॥ ৩৯৬

---

(২৪৩) পলোৱা=পলাস।
(২৪৪) কি হেনো……তোমাক=
কিসে খেদি নেই তোক।
(২৪৫) এড়িয়োক ৰোষ=ৰোষ নযুৱাই।
(২৪৬) চৰণ=মনৱ।
(২৪৭) ৩৯৫ নং পদ সমিতিৰ পুথিত নাই।

## পদ

এহিমতে কৃষ্ণে ৰাধিকাক কৰে শান্ত।
অনন্তৰে ৰাধিকাক মাধৱে বোলন্ত ॥
কণ্টকত হাণ্টিতে নপাৰো আৰু মঞি।
যেই লাগে কৰা প্ৰভো কহিলো নিশ্চয়[২৪৮] ॥ ৩৯৭

ৰাধিকাৰ মন বুঝি কৰি বিগলতি।
মাধৱে বোলন্ত উঠা দেঞো কান্ধ পাতি ॥
স্ত্ৰীৰ দুৰ্জ্জয় ভাৱ শুনা সৰ্ব্বজন।
ৰাধিকায়ো সাজ ভৈলী উঠিবাক মন ॥ ৩৯৮

বস্ত্ৰকাছি পাৱ তুলি উঠিবাক যাই।
অন্তৰ্দ্ধান ভৈলা কৃষ্ণ নেদেখে দুনাই ॥
আগতে নেদেখি কৃষ্ণ ৰাধিকাৰ শোক।
সেহি বেলা খেদি আহি পাইলে গোপীলোক ॥ ৩৯৯

সৱে বোলে এক হুয়া কৃষ্ণক বিচাৰি।
একোমতে নপাইলোঁ ফিৰিলোঁ আশা এৰি[২৪৯] ॥

---

(২৪৮) যেই লাগে…… নিশ্চয়=
যেনে তেনে মতে নিয়া নোৱাৰে চলিতে।
(২৪৯) পদ সংখ্যা ৩৯৭—৩৯৯ নং পদলৈকে সমিতিৰ পুথিত
এইদৰে আছে—
ৰাধাক বিনয় ভাৱে বোলে কৃষ্ণ মাতি।
আমাৰ কান্ধত উঠা দেঞো কান্ধ পাতি ॥

যমুনা তীৰত বসি কৰিলা কীৰ্ত্তন।
সিথানে কৃষ্ণক দেখা পাইলা গোপীগণ ॥ ৪০০

গোপীগণে পাইলা পাছে কৃষ্ণৰ সঙ্গতি।
এহিমানে জয়দেৱ ভৈলা সমাপতি ॥
শুনিয়োক সভাসদ এৰি আন কাম।
কহে ৰামসৰস্বতী বোলা ৰাম ৰাম ॥ ৪০১



ঃ সমাপ্ত ঃ

---

সাজ ভৈলা ৰাধিকা উঠিবাক মনে।
সেহি বেলা অন্তৰ্দ্ধান ভৈলা নাৰায়ণে ॥
অন্তৰ্দ্ধান ভৈলা কৃষ্ণ ৰাধিকাৰ শোক।
সেহিবেলা খেদি আসি পাইলা গোপীলোক ॥
সবেহস্তে একহুয়া কৃষ্ণক বিচাৰি।
একোমতে নপায় ফিৰিলা আশা কৰি ॥

# প্ৰাসঙ্গিক টোকা

(১) ১৬নং পদত বৰ্ণনা কৰা কাত্যায়নী ব্ৰতৰ কথা ভাগৱতৰ **দশম** স্কন্ধৰ ২২ অধ্যায়ত বৰ্ণনা কৰিছে। কৃষ্ণক স্বামীৰূপে **পাবলৈ** হেমন্ত কালত গোপকন্যাসকলে এই ব্ৰত কৰি **কাত্যায়নীক** উপাসনা কৰিছিল।

(২) ৭।৮নং পদত উল্লেখ কৰা জয়দেৱৰ ‘মেঘৈমেদুৰম্বৰং’ এই **পদ**-কেইটাৰ আৰম্ভ হোৱা আগু শ্লোকটোৰ ভাৱৰ লগত **ব্ৰহ্মবৈবৰ্ত্ত** পুৰাণৰ কৃষ্ণজন্মখণ্ডৰ ১৫শ অধ্যায়ৰ বিষয় বস্তুৰ **বিশেষ** সাদৃশ্য আছে।

(৩) ২২নং পদত উল্লেখ ৰাসক্ৰীড়া ভাগৱতৰ মতে **শৰতকালত** অনুষ্ঠিত হৈছিল কিন্তু জয়দেৱৰ গীতগোবিন্দত বসন্তত **হোৱা** বুলি বৰ্ণনা কৰিছে।

(৪) ৬৮।৬৯ পদত থকা বসন্ত ৰাগৰ মূৰ্ত্তি কল্পনা ৰাগমালাৰ **পৰা** সংগ্ৰহ কৰা ; ৰাগমালাত বসন্তৰাগৰ ধ্যান এইদৰে দিছে :—

(১) শিখণ্ডিবৰ্হোচ্চয়বদ্ধচূড়ঃ পুষ্ণন্‌পিকং চূত লতাঙ্কুৰেণ
ভ্ৰমন্‌ মুদাবাম মনোজ্ঞ মূৰ্ত্তিমত্তঙ্গমত্ত স বসন্ত ৰাগঃ ॥

(৫) ৮৩।৮৪ পদত বৰ্ণনা কৰা ৰামগিৰি ৰাগৰ ধ্যান **ৰাগমালাত** এনে দৰে আছে :—

(১) স্বৰ্ণপ্ৰভাভাস্বৰভূষণাচ নীলংনীচোলং সুতনৌ বহন্তী।
কান্তেপদোপান্ত মধিশ্ৰিতোপি মনোঘতাৰা মকৰীপ্ৰদিষ্টা ॥

(২) প্ৰতপ্তচামীকৰচাৰুবক্ত্ৰা কৰ্ণাৱতংসং কমলং বহন্তী।
পুষ্পং ধনুঃ পুষ্পশৰৈৰ্দধানা চন্দ্ৰাননা ৰামকিৰি প্ৰদিষ্টা ॥

( ৬ ) ৯৯।১০০নং পদত গান্ধাৰ ৰাগৰ বিবৰণ দিছে, কিন্তু জয়দেৱৰ কাব্যত এই ৰাগৰ কোন গীত নাই ; জয়দেৱে এই ঠাইত গুৰ্জ্জৰী ( গুঞ্জৰী ) ৰাগহে প্ৰয়োগ কৰিছে। ৰাগমালাত গান্ধাৰ ৰাগৰ বিবৰণ এনে দৰে দিছে :—

"স্বৰ্ণবৰ্ণঃ কৰ্ণঃ প্ৰিয়য়াসহ সংহসন।
দেৱ-পাদপ সুচ্ছায়াংশ্ৰিতো গান্ধাৰ পঞ্চমঃ ॥

কৌস ( কৌশিকা ), গৌৰী, আকাশী ( আকাশ মণ্ডলী ) আৰু মঞ্জৰী ( পঠ মঞ্জৰী ) সম্ভৱতঃ গান্ধাৰ-ৰাগৰ ৰাগিণী ( ৰাগ-যোষিতা ) ৰূপে বৰ্ণনা কৰিছে।

( ৭ ) ১০৯—১১৪ পদত মালৱ ৰাগৰ মূৰ্ত্তি চিত্ৰন কৰিছে ; ৰাগমালাৰ বিবৰণ এনে :—

নিতম্বিনীচুম্বিতবক্ত্ৰপদ্মঃ শুকদ্যুতিঃ কুন্তলবান্ প্ৰমত্তঃ
সঙ্গীতশালাং প্ৰৱিবেশ প্ৰদোষে মালাধৰো মালৱ ৰাগৰাজঃ ॥

মালৱ ৰাগক ৰজা স্বৰূপে কল্পনা কৰি মহিষী, পুত্ৰকন্যা, পাত্ৰ-মন্ত্ৰী কটোৱাল আদি তলতীয়া ৰাগৰ বহল বিৱৰণ দিছে। ৰাগমালা অনুসৰি ধানসী-মালসী ইত্যাদি মালৱৰ ভগৰাকী পত্নী। চূতধৰ ( বসন্ত ), কল্যাণ, বেলী ( বেলাৱলী ) শ্যাম, ধনশ্ৰী আদি ৰাগক ৰজা মালৱৰ অনুচৰৰূপে দেখুৱাইছে। ১১৩নং পদত উল্লেখ থকা কৈৱৰ্ত্তী ৰাগৰ উল্লেখ সঙ্গীত শাস্ত্ৰত পোৱা নাযায়, পাঠৰ ভুলো হব পাৰে।

( ৮ ) ১১৯নং পদ 'সাহিত্য-দৰ্পন'ৰ তৃতীয় পৰিচ্ছেদৰ তলৰ উদ্ধৃতাংশৰ অনুবাদ :—

ক্ষেত্ৰং বাটী ভগ্নদেৱালয়ো দূতীগৃহং বনম।
মালয়ঞ্চ শ্মশানঞ্চ নদ্যাদীনাং তটীতথা।



এবং কৃতাভিসাৰাণাং পুংশ্চলীনাং বিনোদনে।
স্থানান্যষ্টৌ তথা ধ্বান্তচ্ছন্নে কুত্ৰচিদাশ্ৰয়ে ॥

( ৯ ) ১২০-১২৮নং পদত বিদগ্ধা বা প্ৰগল্‌ভা নায়িকাৰ লক্ষণ আৰু ভাৱ প্ৰকাশ কৰিছে। প্ৰগল্‌ভা নায়িকাৰ লক্ষণ যেনে :—

স্মৰান্ধা গাঢ় তাৰুণ্যা সমস্তৰতকোবিদা
ভাবোন্নতা দৰব্ৰীড়া প্ৰগল্‌ভাক্ৰান্তনায়কা ॥
( সাহিত্য দৰ্পন )

( ১০ ) ১২৬।১২৭ নং পদত পুৰুষায়িত শৃঙ্গাৰ বৰ্ণনা কৰিছে, বাৎসায়নৰ কামসূত্ৰৰ ষষ্ঠ অধিকৰণৰ ৮ম অধ্যায়ত ইয়াৰ বিবৰণ পোৱা যায়।

( ১১ ) ১৩৩-১৩৫ নং পদত বৰ্ণনা কৰা গুঞ্জৰী ৰাগৰ উৎপত্তি অসমীয়া ৰাগমালিতাৰ লগতহে মিলে। সংস্কৃত ৰাগমালাৰ গুঞ্জৰী ( গুঞ্জৰী ) ৰাগৰ ধ্যান তলত দিয়া হ'ল।

( ১ ) কৰ্ণোৎপলালম্বিত মধুব্ৰতালী শৃণোতি সামঞ্জুল কুজিতানি।
কান্তান্তিকং গন্তমনা প্ৰদোষে সা গুজ্জৰীবেশকলোচিতাঙ্গী ॥

( ২ ) শ্যামাসুকেশী মলয়দ্ৰুমানাং মৃদুল্লসৎ পল্লৱতল্পযাতা।
শ্ৰুতেঃ সুৰাণাং দধতী বিভাগং তন্ত্ৰীমুখাদ্দক্ষিণ গুজ্জৰীয়ং ॥
গুঞ্জৰী বসন্তৰাগৰ অন্যতমা ৰাগিণী।

( ১২ ) ১৬০-১৬১ পদত বৰ্ণনা কৰা কৰ্ণাট ৰাগৰ ধ্যান :—

কৃপাণপাণিঃ গজদন্তপত্ৰমেকং ৱহন দক্ষিণকৰ্ণপূৰে।
সংস্তূয়মানঃ সুৰচাৰণোঘৈঃ কৰ্ণাট ৰাগঃ শিখিকণ্ঠনীলঃ ॥

( ১৩ ) ১৯২।১৯৩ নং পদত বিৰহিণীৰ অৱস্থা বৰ্ণনা কৰিছে ; সাৰৱতী টীকাত "তথাচ ভাৰতে" এই বুলি এটা শ্লোক উদ্ধৃত কৰিছে।

ৰিৰহিণীয়ে বিৰহাৱস্থাত কেনে ভাৱে কাল যাপন কৰে শ্লোকটোত বৰ্ণনা কৰিছে।

"দেৱতানমলং কুৰ্য্যাদ্দগ্ধাদ্বলিভুজোবলিং
লিখেত্ কান্তপ্ৰতিকৃতিং পাঠয়েচ্ছুকসাৰিকাঃ।
গণয়েচ্চাৱধিদিনং গীতং গায়েত্তদঙ্কিতং
এমম্বিধবিনোদেন নয়েৎ কাল বিয়োগিণী ॥

(১৪) ২১৫-২১৬নং পদত বড়াৰী ৰাগৰ ধ্যান ৰাগমালাত অনুসৰি :—

(১) কৰ্ণেদধানাসুৰ পুষ্পগুচ্ছং স্ফুৰৎসুবক্ষোজ মনোহৰাঙ্গী।
স্মেৰাননা চাৰু বিলোলনেত্ৰা বৰাঙ্গনেয়ং কথিতা বড়াৰী ॥

(২) বিনোদয়ন্তীদয়িতং সুকেশীসুকঙ্কনাচামৰ চালনেন।
স্কন্ধেদধান সুৰপুষ্পগুচ্ছং বৰাঙ্গনেব কথিতা বড়াৰী ॥

বড়াৰী হিন্দোল ৰাগৰ অন্যতমা ৰাগিনী, অন্য ৰাগৰ ৰাগিনীৰূপেও কোনো কোনো সঙ্গীত শাস্ত্ৰত উল্লেখ আছে।

(১৫) ২২৫-২৩৫ নং পদত ৰাধাই অভিসাৰৰ আয়োজন কৰিছে। ৰাধা কুলজা-অভিসাৰিকা। কাব্যশাস্ত্ৰত কুলজা-অভিসাৰিকাৰ বিৱৰণ এনে :—

(১) লজ্জাংহিত্বা সমাকৃষ্টা যৌৱনেন মদেন বা
যাভি সাৰয়তে কান্তং কীৰ্ত্তিতা সাভিসাৰিক ॥
(নাট্যশাস্ত্ৰ ২৪।২১২)

(২) অভিসাৰয়তে কান্তং যা মন্মথবশম্বদা।
স্বয়ং বাঽভিসৰত্যেবা ধীবৈৰুক্তাঽভিসাৰিকা ॥
(সাহিত্যদৰ্পণ ৩।১৬)

(৩) সংলীনাস্বেষু গাত্ৰেষু মূকীকৃতবিভূষণা।
অৱগুণ্ঠন সম্বীতা কুলজাঽভিসৰেদ্ যদি ॥ (সাহিত্য দৰ্পণ)



(১৬) ২৬২-২৮৪ পদত বাসকসজ্জা আৰু বিৰহোৎকণ্ঠিতা নায়িকা ৰাধাৰ অৱস্থা বৰ্ণনা কৰা হৈছে। বাসকসজ্জা আৰু বিৰহোৎ-কণ্ঠিতা নায়িকাৰ লক্ষণ সংস্কৃত কাব্যশাস্ত্ৰত এনে ভাৱে দিছে :—

**বাসকসজ্জা :—**

(১) বাসবেশ্মনিস্বকল্পিততল্পে যা সমাগমবিধিম্বিদধাতি।
নপশ্যতি প্ৰিয়সঙ্গমাগমসজ্জা তামিহাকল বাসকসজ্জামিতি ॥
(নাট্যশাস্ত্ৰ)

(২) কুৰুতে মণ্ডনং যস্যাঃ সজ্জিতে বাসবেশ্মনি
সাতু বাসকসজ্জা স্যাদ্বিদিতাপ্ৰিয়সঙ্গমা ॥ (সাহিত্য দৰ্পণ)

**বিৰহোৎকণ্ঠিতা :—**আগন্তং কৃতচিত্তোঽপি দৈবান্নায়াতি যৎপ্ৰিয়ঃ
তদনাগমদুঃখাৰ্ত্তা বিৰহোৎকণ্ঠিতাতুসা
(সাহিত্য দৰ্পণ)

(১৭) ২৮৭-৩২৭ নং পদত খণ্ডিতা নায়িকা ৰাধাৰ মান আৰু শঠনায়ক কৃষ্ণৰ মানভঙ্গৰ প্ৰচেষ্টা দেখুৱাইছে।

**খণ্ডিতা নায়িকা :—**

(১) নিদ্ৰাকষায়মুকুলীকৃততাম্ৰনেত্ৰী নাৰী নখব্ৰণ বিশেষ বিচিত্ৰিতাঙ্গী।
যস্যাঃ কৃতেঽপি পতিৰেতিগৃহং প্ৰভাতে সা খণ্ডিতেতি গদিতাকৱিভিঃ ॥

(২) পাৰ্শ্বমেতি প্ৰিয়ো যস্যা অন্য সম্ভোগচিহ্নিতঃ।
সা খণ্ডিতেতি কথিতা ধীৰৈৰীৰ্য্যাকষায়িতা ॥

**শঠ নায়ক :—**শঠোঽয়মেকত্ৰ বদ্ধভাবো সঃ
দৰ্শিতবহিৰনুৰাগো বিপ্ৰিয়মন্যত্ৰ গূঢ়মাচৰতি।

(১৮) ৩১৩নং পদত উল্লেখকৰা ক্ৰৌঞ্চবান্ধ (শৃঙ্গাৰ বা ৰতিক্ৰিয়াৰ প্ৰণালী বিশেষ) সম্পৰ্কে ৰতিশাস্ত্ৰত এইদৰে সংজ্ঞা দিছে।

হস্তৌপশ্চাৎ সমানীয় পদস্থানে শিৰস্তথা
স্ত্ৰিয়াঃ পাদৌ হৃদিস্থানে ক্ৰৌঞ্চবন্ধঃ প্ৰকীৰ্ত্তিতঃ ॥

(১৯) ২৯৪।২৯৫ পদত ভৈৰবী-ৰাগৰ ধ্যান বৰ্ণনা কৰিছে। ভৈৰবীৰ ধ্যান এনে ঃ—

"শ্যামাসুকেশী প্ৰিয়বাদিনী চ সংলেপিতালোহিত চন্দনেন
পীতস্ৰগধ্যাসিত কেশপাশাপ্ৰোক্তা কবীন্দ্ৰৈঃ কীলভৈৰবীয়ং ॥

ভৈৰবী মালৱ-ৰাগৰ ৰাগিণী ; আনমতে ভৈৰব-ৰাগৰ ৰাগিণী।

